**Devatar Samadhi** : A collection of short stories by eminent writer Shri Radhikamohan Goswami B L Nagaon and published by Shri Pankaj Kumar Rajguru on behalf of Asami Milanpur, P O. Haibargaon, Nagaon—782002. Ist Edition : 1988.

---

**Price : Rupees 21·00**

প্ৰথম প্ৰকাশ : ১৯৮৮ চন

মূল্য : ২১·০০ টকা

প্ৰচ্ছদপট : শ্ৰীত্ৰৈলোক্য দত্ত, গুৱাহাটী

নগাঁৱৰ অসমীৰ হৈ শ্ৰীপঙ্কজকুমাৰ ৰাজগুৰুৰ দ্বাৰা প্ৰকাশিত আৰু পূৰ্বদেশ মুদ্ৰণ, বিহাবাৰী, গুৱাহাটী-৮ত মুদ্ৰিত।

# গ্ৰন্থকাৰৰ নিবেদন

ভাৱ আহে, যায়। ভাৱৰ স্থায়িত্বই হ'ল সাহিত্য। সাহিত্যৰ নিজা ধৰ্ম হ'ল চিন্তাধাৰাক তথা ভাৱৰাশিক তাৰাৰ তোলেৰে বান্ধি ৰখোৱা। সাহিত্যৰো জাত আছে। কথা-সাহিত্যও এবিধ-প্ৰভাৱশালী সাহিত্য। গল্প কাহিনী আৰু ইতিহাসৰ যোগে মনুষ্য সমাজত সাহিত্যৰ প্ৰভাৱৰ কথা আমি দেখি আহিছোঁ। বহুতৰ কাৰণে কথা-সাহিত্য জন-সাধাৰণৰ কাৰণে প্ৰচাৰৰ এটা উৎকৃষ্ট মাধ্যম। আমাৰ ধৰ্ম শাস্ত্ৰবোৰো এনে মাধ্যম বুলি ক'লে বোধহয় ভুল নহ'ব। আমাৰ পুৰাণসমূহৰ কথা, ৰামায়ণ মহাভাৰতৰ কথা এইদিশত অকাট্য প্ৰমাণ। মই নিজে বাল্যকালৰে পৰা গল্প উপন্যাস পঢ়ি ভাল পাইছিলো। সাহিত্যিক হোৱাৰ লোভো আছিল। মোৰ ভাৱ-ধাৰা গল্প কাহিনীৰ মাজেদি প্ৰকাশ কৰাৰ হাবিয়াস এটাও আছিল। ৺বেজবৰুৱা আৰু ৺গোহাঞিও বৰুৱাৰ লিখনিবোৰেও প্ৰভাৱ কৰিছিল। বয়সত জগত বিখ্যাত লিখকসকলৰ গ্ৰন্থৰাজিয়ে মোৰ অন্তৰলৈ দৃঢ়তা আনিলে। জীৱনত কবিতা লিখাৰো হাবিয়াস নোহোৱা নহয়। এটা কবিতাই মাত্ৰ ৺দেৱানন্দ ভঁৰালীৰ সম্পাদনাত প্ৰকাশিত "অসম সাহিত্য সভাৰ পত্ৰিকাত" প্ৰকাশ হৈছিল। মৌলিক গল্প প্ৰথম প্ৰকাশ হয় নগাৱঁৰ পৰা প্ৰকাশ হোৱা "গাৱঁৰ কথা" নামৰ মাহেকীয়া কাকতখনত। এবছৰ এই কাকতৰ ময়ো সম্পাদক আছিলো। আৱাহনত টলষ্টয়ৰ কেইটামান গল্প অনুবাদ কৰি প্ৰকাশ কৰিছিলো। তাৰ পিছত ভয়ে-ভীতে মৌলিক গল্প পঠালো। সম্পাদক দীননাথ শৰ্মাই প্ৰকাশ কৰিলে। অন্তৰলৈ আত্মবিশ্বাস আহিল। ১৯৩৫ চনত "দেৱতাৰ সমাধি" নামৰ গল্পটো

প্ৰকাশ হৈছিল। পঢ়ুৱৈ সমাজত গল্পটোৱে সমাদৰ পালে। গল্প লিখাৰ ধাউতি বাঢ়ি উঠিল। আৱাহন বন্ধ হৈ গ'ল। ডিব্ৰুগড়ৰ পৰা প্ৰকাশিত "আলোচনী" বন্ধ হ'ল। বাঁহীৰ শেষ অৱস্থা। গল্প লেখিলেও প্ৰকাশ কৰাৰ উপায় নাছিল। ৰামধেনু জন্ম হ'ল। "ৰামধেনু" আৰু "জয়ন্তী" নামৰ কাকতত গল্প প্ৰকাশ হ'ল। এই দৰেই অসমত প্ৰকাশ হোৱা কেইখামনো আলোচনীত গল্পবোৰ প্ৰকাশ কৰাৰ সুবিধা হ'ল। আজি প্ৰায় তেইশবছৰ দৃষ্টি-শক্তি মই হেৰুৱাই পেলালো। আলোক নামৰ সাপ্তাহিক পত্ৰিকাৰ ১৯৬০ চনৰ এপ্ৰিল মাহৰে পৰা দায়িত্ব বহন কৰি আহিছোঁ। তাতো স্ব-নামে, বে-নামে গল্প লিখাৰ সুবিধা হ'ল। এই কাকতত "কথা আৰু কাহিনী"ৰ শিতানত "ষড়ানন" ছদ্মনামত প্ৰায় তিনিশৰ ওপৰ-কাহিনী লিখাৰ সুবিধা পালো। ইয়াৰ বাহিৰেও আন আন কাকততো মোৰ গল্প প্ৰকাশ হয়। বহুতবোৰ হেৰাল, কিছুমানৰ নাম পাহৰিলো। পুস্তক আকাৰে প্ৰকাশ কৰাৰ ধন নাছিল। এনে অৱস্থাতে নগাৱঁৰ "অসমী" নামৰ অনুষ্ঠানটোৰ মালিক শ্ৰীমান পঙ্কজকুমাৰ ৰাজগুৰুৱে মোৰ গল্পবোৰ প্ৰকাশ কৰাৰ প্ৰস্তাৱ দিলে। মই সানন্দে সম্মতি জনালো। এওঁ নগাওঁ মহাবিদ্যালয়ৰ অৱসৰ-প্ৰাপ্ত অসমীয়াৰ অধ্যাপক, সু-সাহিত্যিক ডঃ সৰ্বেশ্বৰ ৰাজগুৰুৰ পুত্ৰ। শ্ৰীমান পঙ্কজক মোৰ হাতত থকা কেইটামান গল্প দিলো। তেওঁ-লোকৰ ঘৰতো দেউতাকে ৰাখি থোৱা বহুকিখন আলোচনীৰ পৰাও মোৰ গল্প বিচাৰি ল'ব বুলিও আশ্বাস দিলে। ডঃ ৰাজগুৰুকো মই এই বিষয়ে সহায় কৰিবলৈ অনুৰোধ কৰিলো। দুয়ো এই পুস্তকৰ বাবে সাতোটা গল্প প্ৰকাশৰ কাৰণে যুগুত কৰিলে। গ্ৰন্থৰ নামটো "দেৱতাৰ সমাধি" নামৰ আৱাহনত প্ৰকাশ হোৱা মোৰ গল্পটোকে প্ৰকাশকে পছন্দ কৰি গ্ৰহণ কৰিলে। ডঃ ৰাজগুৰুৱে পাণ্ডুলিপি যুগুত কৰাত যিখিনি সহায় কৰিলে তাৰবাবে মই সদায় কৃতজ্ঞ থাকিম। মোৰ অনুৰোধ মতেই তেখেতে আগকথা শিতানত গ্ৰন্থ-

খনৰ সম্পৰ্কে লিখা মন্তব্যখিনি প্ৰকাশ কৰা হ'ল। শ্ৰীমান পঙ্কজৰ উৎসাহ, উদ্যোগ আৰু প্ৰচেষ্টা প্ৰশংসনীয়। তেওঁলৈ মোৰ স্নেহাশীষ থাকিল। গ্ৰন্থৰ গুণা-গুণ বিচাৰ কৰিব পাঠক সমাজে। বঢ়া-টুটা দোষ মাৰ্জনীয়।—

ইতি—

বিনয়াৱনত

**শ্ৰীৰাধিকামোহন গোস্বামী**

ফৌজদাৰী পট্টি, নগাওঁ, অসম

১৫।১।৮৮

## উছৰ্গা

এই গ্ৰন্থখনি পৰমাৰাধ্য পিতৃদেৱতা
৺শিৱদেৱ গোস্বামী আৰু মাতৃদেৱী
৺মধুমতী দেৱীৰ স্মৃতিত উছৰ্গা
কৰিলো।

অভাজন পুত্ৰ—

শ্ৰীৰাধিকামোহন গোস্বামী

## কি কি আছে




এই সংগ্ৰহত অন্তৰ্ভুক্ত কৰা গল্প কেইটাৰ "দেৱতাৰ সমাধি" ১৯'৫ চনত আৱাহনত, "পতিতা" ১৮৬০ শকৰ আৱাহনত (১০ম সংখ্যা), "নিয়তি" ১৯৩৯ চনত আৱাহনত, "এচটা ক'লা ডায়ৰ" ১৯৬১ চনত মৌচুমীত (প্ৰথম বছৰ শৰৎ সংখ্যা), "শেষ চিঠি" ১৯৩৯ চনত আৱাহনত (১০ম ১১শ সংখ্যা), "স্মৃতিৰ জোৱাৰ" পঞ্চজন্যত (২য় বছৰ ৯-১০ম সংখ্যা) আৰু "বিবৰ্ত্তন" নামৰ গল্পটো ১৯৬৬ চনত (শাৰদীয় সংখ্যা, আলোকত) প্ৰকাশ হৈছিল।

# আগকথা

নগাঁৱৰ প্ৰবীণ অধিবক্তা শ্ৰীৰাধিকামোহন গোস্বামী ডাঙৰীয়া এহাতেদি অসমৰ এজন প্ৰবীণ সাংবাদিক আৰু আনহাতেদি অসমৰ এজন প্ৰবীণ আৰু প্ৰথিতযশা সাহিত্যিক। গুৱাহাটীৰ পৰা প্ৰকাশ হোৱা জাতীয়তাবাদী সাপ্তাহিক "আলোক" কাকতখন, ইয়াৰ জন্মৰ দিন ধৰি তেখেতে দক্ষতাৰে সম্পাদনা কৰি আহিছে। ইয়াৰ বাহিৰেও চাৰিকুৰি বছৰ অতিক্ৰম কৰা গোস্বামী ডাঙৰীয়াই ছাত্ৰ জীৱনৰ পৰা আৰম্ভ কৰি, বৰ্ত্তমানলৈকে, অৰ্দ্ধশতিকাৰো ওপৰকাল ধৰি, গল্প, উপন্যাস, শিশু-ৰচনা, চিন্তাশীল মৌলিক নিবন্ধ আদি বিভিন্ন প্ৰকাৰৰ ৰচনাৰে নিস্বাৰ্থ মনোভাৱ আৰু গভীৰ নিষ্ঠাৰে অসমীয়া সাহিত্যৰ সেৱা কৰি আহিছে। বহুদিন আগৰে পৰা দৃষ্টি-শক্তি দুৰ্বল হৈ শ্ৰীগোস্বামীদেৱে ১৯৬৬ চনৰ পৰা দৃষ্টি-শক্তি সম্পূৰ্ণ হেৰুৱাই পেলায়। কিন্তু অসমৰেই সৌভাগ্যৰ কথা যে তীক্ষ্ণধী, মেধাৱী, চিন্তাশীল আৰু অদমনীয় মনোবলৰ অধিকাৰী গোস্বামীদেৱে দৃষ্টি-শক্তি হেৰুৱায়ো হতাশ আৰু নিষ্ক্ৰিয় নহৈ সাহিত্য সেৱা আৰু সংবাদসেৱা আজিও অব্যাহত গতিৰে কৰি আছে। সদৌ ভাৰত অন্ধ সন্মিলনে ১৯৮৭ চনৰ আগষ্ট মাহত শ্ৰীগোস্বামীদেৱক ভাৰতৰ ১০ জন বিশিষ্ট অন্ধ সমাজসেৱী আৰু লেখকৰ ভিতৰৰ এজন হিচাৱে বিশেষ সন্মানেৰে সন্মানিত কৰিছে। শ্ৰীগোস্বামীদেৱৰ এই সন্মান আৰু গৌৰৱত সদৌ অসমবাসীও গৌৰৱান্বিত। শ্ৰীগোস্বামীদেৱৰ সেৱাৰ আৰু গুণৰ এই সৰ্বভাৰতীয় স্বীকৃতি আৰু সন্মান লাভত আমি তেখেতক অভিনন্দন জনাইছোঁ। তেখেতৰ সু-স্বাস্থ্য তথা কৰ্ম্মৰত দীৰ্ঘজীৱন লাভৰ বাবে ভগৱন্তৰ চৰণত প্ৰাৰ্থনা জনাইছোঁ।

অসমৰ বিভিন্ন আলোচনী আৰু বাতৰিকাকতত গোস্বামীদেৱৰ অলেখ গল্প প্ৰকাশ হৈ গৈছে। "দেৱতাৰ সমাধি" নামৰ এই গল্প সংগ্ৰহটিত প্ৰকাশকে "দেৱতাৰ সমাধি" নামৰ গল্পটোকে ধৰি মুঠ সাতোটা গল্প সংগ্ৰহ কৰি প্ৰকাশ কৰিছে। ভাৰতীয় সভ্যতা সংস্কৃতিৰ প্ৰতি গভীৰ অধ্যয়ন থকা আৰু ভাৰতীয় চিন্তাধাৰাৰ প্ৰতি শ্ৰদ্ধা থকা শ্ৰীগোস্বামী ভাৰতীয়া এজন জাতীয়তাবাদী আৰু যুক্তিনিষ্ঠ সমাজ সচেতন লিখক। গল্প-উপন্যাসেই হওক বা মৌলিক চিন্তাশীল নিবন্ধই হওক, পঢ়িলে ভাৰতীয় চিন্তাধাৰা তথা সভ্যতা সংস্কৃতিৰ বিষয়ে থকা তেখেতৰ গভীৰ জ্ঞান আৰু শ্ৰদ্ধাৰ কথা বুজিব পৰা যায়। ভাৰতবৰ্ষ আধ্যাত্মিক চিন্তাৰ দেশ। ইয়াত ভোগৰ পথতকৈ জ্ঞানৰ পথহে শ্ৰেয় বা শ্ৰেষ্ঠ বুলি বিবেচিত আৰু গৃহীত হৈ আহিছে আৰু ইয়েই ভাৰতীয় চিন্তাধাৰা তথা সভ্যতা-সংস্কৃতিৰ গতিপথ পৰিচালিত কৰি আহিছে। ভোগৰ পথ হৈছে প্ৰেয়ৰ পথ, এই পথে মানুহক বা সমাজক অধঃপতিত কৰি নিম্ন স্তৰলৈ নমাই নিয়াৰ সম্ভাৱনা অধিক। ঋষি-মুনিৰ আশ্ৰম তথা অৰণ্যৰ পৰা প্ৰৱাহিত ত্যাগৰ আদৰ্শইহে ইয়াৰ আধ্যাত্মিক চিন্তা-ধাৰা তথা সভ্যতা-সংস্কৃতি গঢ়ি তুলিছে আৰু ইয়েই আমাৰ চিন্তাধাৰা আৰু সভ্যতা-সংস্কৃতিক নিয়ন্ত্ৰণ কৰি আহিছে। যুগ যুগ ধৰি এই আধ্যাত্মিক চিন্তাধাৰা তথা ত্যাগৰ আদৰ্শই প্ৰভাৱ বিস্তাৰ কৰা ভাৰতীয় সমাজত আজি বিজ্ঞান আৰু উদ্যোগৰ প্ৰসাৰ আৰু কুপ্ৰভাৱৰ ফলত সমাজত ভোগৰ লালসা বৃদ্ধি পাইছে। কিন্তু এই ভোগৰ প্ৰভাৱে সমাজখনক ক্ৰমে ধ্বংসৰ পথলৈহে ঠেলি নিছে। সমাজ ভোগৰ প্ৰভাৱত তললৈ নামি গৈছে—উচ্ছৃংখল হৈছে,—সমাজৰ পৰা মানৱতাবোধ ক্ৰমে অন্তৰ্হিত হৈছে। ভাৰতীয় শ্ৰেষ্ঠ গ্ৰন্থ উপনিষদবোৰত এই কথাকেই কোৱা হৈছে; প্ৰেয় বা ভোগতকৈ শ্ৰেয় বা ত্যাগকহে জীৱনযাত্ৰাত শ্ৰেষ্ঠস্থান দিবলৈ কোৱা হৈছে। ত্যাগে বা শ্ৰেয়ই আমাক দেৱত্ব দান কৰে, অমৰ কৰে; আত্মাৰ

পৰা পোহৰলৈ নিয়ে। কিন্তু ভোগ বা প্ৰেয়ই মনুষ্যত্বৰ পৰা পশুত্বলৈ অবনমিত কৰে; আন্ধাৰলৈ নিয়ে। গীতাৰ ২য় অধ্যায়ত ভগৱান শ্ৰীকৃষ্ণই অৰ্জ্জুনকো এই কথাই কৈছে। কঠোপনিষদত বালক নাচিকেতা আৰু যমৰ মাজত হোৱা কথোপকথনত বা ৰাজৰ্ষি জনকৰ ৰাজসভাত ঋষি যাজ্ঞৱল্ক্য আৰু তেওঁৰ পত্নী মৈত্ৰেয়ীৰ মাজত হোৱা কথোপকথনত, এই কথাই প্ৰকাশ হৈছে যে শ্ৰেয় বা ত্যাগৰ যোগেদিহে মানুহে অমৰত্ব বা পোহৰ লাভ কৰিব পাৰে আৰু ইয়েইহে শ্ৰেষ্ঠ পথ;—ভোগ বা প্ৰেয়ৰ দ্বাৰা দেৱত্ব বা অমৰত্ব লাভ নহয় আৰু এই পথ শ্ৰেষ্ঠ বা আদৰ্শনীয়ও নহয়। শ্ৰীগোস্বামীদেৱৰ গল্পত ভোগৰ প্ৰভাৱত বা বস্তুবাদী চিন্তাধাৰাৰ প্ৰভাৱত আমাৰ সমাজৰ আদৰ্শভ্ৰষ্ট, চৰিত্ৰভ্ৰষ্ট হোৱা কিছুমান চৰিত্ৰ আৰু তেওঁলোকৰ প্ৰভাৱত সমাজখন কেনেকৈ ক্ৰমে উচ্ছৃংখল আৰু অধঃপতিত হ'বৰ উপক্ৰম হৈছে, তাৰেই চিত্ৰ প্ৰায়ে প্ৰতিফলিত হৈছে।

টকা-পইচা ঐশ্বৰ্য্য-বিভূতিৰ প্ৰভাৱে আমাৰ সমাজৰ তথাকথিত অভিজাত শ্ৰেণীক তললৈ নিছে আৰু মধ্যনিম্নবিত্ত, নিম্নবিত্ত পৰিয়ালৰ সাংসাৰিক জীৱন যন্ত্ৰণাদায়ক আৰু চিন্তাগ্ৰস্ত কৰি তুলিছে; আনহাতেদি সমাজত তেওঁলোকে পাব লগা স্থান আৰু সন্মানৰ পৰা বঞ্চিত হৈছে। ইয়াৰেই চিত্ৰ ফুটাই তোলা হৈছে "এচটা ক'লা ডাৱৰত"। ঐশ্বৰ্য্য-বিভূতি, টকা-পইচা তথা ভোগৰ প্ৰভাৱৰ এই চটা ক'লা ডাৱৰে আমাৰ সমাজখন সঁচাই ক্ৰমে তীব্ৰ গতিৰে আৱৰি ধৰিবলৈ আগবাঢ়িছে। "পতিতা" নামৰ গল্পত কেনেকৈ সমাজৰ এক শ্ৰেণী তথাকথিত আৰু মুখাপিন্ধা সজ্জনসমূহে তেওঁলোকৰ আশ্ৰয় লোৱা এজনী নিঃস্ব গাৱঁলীয়া ছোৱালীক তেওঁলোকৰ দেহলীয়া চৰিত্ৰেৰে সকলো প্ৰকাৰে নিষ্পেষিত কৰি শেষত জীয়াই থাকিবৰ বাবে দেহোপজীৱিনীৰ ব্যৱসায় লৈ কুৎচিৎ ব্যাধিগ্ৰস্ত হৈ মৃত্যুক সাৱটিব লগা হ'ল, তাৰেই চিত্ৰ প্ৰতিফলিত হৈছে। "নিয়তি" নামৰ গল্পত সমাজৰ এনে এক শ্ৰেণী অমানৱীয় ভণ্ড প্ৰতাৰকৰ

নির্দয় চক্রান্তত এজনী গাভৰুৰ পবিত্র সতীত্বৰ আদর্শ চূর্ণ-বিচূর্ণ হৈছে। “শেষ চিঠি” নামৰ গল্পত প্ৰকাশ হৈছে প্ৰাণ আৰু আন্তৰিকতা নথকা, কেৱল টকা-পইচা আৰু আভিজ্যাতিক গৰ্ব্বেৰে সম্পন্ন কৰা এখন বিয়াৰ করুণ পৰিণতিৰ কথা। আভিজ্যাতিক মনোভাৱৰ পিতৃ-মাতৃৰ ঘৰত ডাঙৰ-দীঘল হোৱা এজনী ছোৱালীয়ে নিজৰ স্বামীৰ লগত আত্মিক সংযোগ বা পবিত্র স্বামী-ভাৰ্য্যাৰ সম্বন্ধ প্ৰতিষ্ঠা কৰিব নোৱাৰিলে। পিতৃ-মাতৃৰ আভিজ্যাতিক দম্ভ আৰু হৃদয়-হীনতাই তেওঁলোকৰ ছোৱালীৰ জীৱনলৈ যিদিনা নিষ্ঠুৰ, করুণ পৰিণতি নমাই আনিলে, সেইদিনাহে পিতৃ-মাতৃ আৰু তেওঁলোকৰ কন্যাই বাস্তৱ সত্য উপলব্ধি কৰিব পাৰিলে। কিন্তু সেইদিনা আৰু সেই উপলব্ধিৰ সাৰ্থকতাৰ মূল্য হেৰাই গৈছিল। “স্মৃতিৰ জোৱাৰ” নামৰ গল্পত প্ৰকাশ হৈছে, উচ্চ পদমৰ্য্যাদা, আভিজাত্য, টকা-পইচাৰ প্ৰলোভনত পৰি গাৱঁত জন্মগ্ৰহণ কৰা তথাকথিত এজন শিক্ষিত যুৱকে তেওঁৰ এসময়ৰ প্ৰতিশ্ৰুতবদ্ধ প্ৰেমিকা আৰু সেই প্ৰেমিকাৰ পিতৃৰ পিতৃসুলভ আৰ্থিক সাহায্য, মৰম আদি সকলো পাহৰি কেনেকৈ তেওঁলোকক অতি নিকৃষ্ট আৰু নিষ্ঠুৰভাৱে বিশ্বাসঘাতকতা কৰিলে, তাৰে চিত্ৰ। এই কেউটা গল্পতে ভোগ তথা জড়বাদী চিন্তাধাৰাৰ কুপ্ৰভাৱ পৰিলক্ষিত হৈছে। “বিবৰ্ত্তন” নামৰ গল্পত দেখুওৱা হৈছে বাস্তৱ সমস্যাক উপেক্ষা কৰা। নিজৰ পৈতৃক মা-সম্পত্তি ৰক্ষা কৰাৰ প্ৰতি উদাসীন অসমীয়াই আজি কেনেকৈ নিজৰ গাৱঁৰ পৰা আঁতৰিব লগা হৈছে। “দেৱতাৰ সমাধি” নামৰ গল্পটো এটা ভিন্নমুখী গল্প; কিন্তু অতি বাস্তৱাত্মক আৰু করুণ। গল্পটিত প্ৰকাশ হৈছে মন্দিৰৰ বিগ্ৰহকেই অন্তৰৰ সকলো আবেগ অনুভূতি আৰু আন্তৰিকতাৰে পূজা কৰি অহা বিগ্ৰহজনাই যিদিনা সেই পূজাৰীয়ে তেওঁৰ প্ৰণয়ীক ৰোগৰ পৰা মুক্ত কৰি প্ৰাণদান কৰিবলৈ কৰা প্ৰাৰ্থনা পূৰণ কৰিব নোৱাৰিলে, সেইদিনাই পূজাৰীৰ বিগ্ৰহৰ প্ৰতি থকা সকলো ভক্তি-শ্ৰদ্ধা হেৰাই গ'ল। এই গল্পটো

নিঃসন্দেহে গোস্বামীদেৱৰ এটি শ্ৰেষ্ঠ গল্প। এই গল্পটিৰ নামেৰেই গল্পসংগ্ৰহটিৰ নামকৰণ কৰাটো প্ৰশংসনীয় হৈছে। "দেৱতাৰ সমাধি" গল্পসংগ্ৰহটিৰ এই নামকৰণ অন্যদিশৰ পৰাও সাৰ্থক হৈছে। সংগ্ৰহটিত সন্নিবিষ্ট হোৱা কেইবাটিও গল্পত চাৰি মূঠি জীৱৰ ভিতৰৰ শ্ৰেষ্ঠ জীৱ মানৱৰ অন্তৰৰ দেৱত্বৰো কেনেকৈ ভোগৰ কু-প্ৰভাৱত ক্ৰমে সমাধি ঘটাৰ উপক্ৰম হৈছে, তাৰো চিত্ৰ প্ৰতিফলিত হৈছে।

গল্প কেইটা সজোৱাৰ ক্ৰমটোত অলপ অদল-বদল কৰা হলে সংগ্ৰহটি অধিক আকৰ্ষণীয় হ'লহেঁতেন নেকি? কিন্তু সেয়ে নহলেও বাস্তৱ পটভূমিত ৰচিত গল্প কেইটাৰ সৌন্দৰ্য্য ক'তো হানি হোৱা নাই।

গল্পকাৰ গোস্বামীদেৱৰ গল্পৰ পটভূমি সদায় বাস্তৱ। তেখেতৰ ভাষা এফালে সৰল আৰু আনফালে অতি সবল। যৌন আবেদন বা চেষ্টা নোহোৱাকৈয়ে যে গল্প ৰসোত্তীৰ্ণ হব পাৰে, গোস্বামীদেৱৰ গল্পই তাৰ প্ৰমাণ। বৰ্ত্তমান আমাৰ সমাজত এনে গল্পৰ অতি প্ৰয়োজন। ৰাইজে নিশ্চয় গোস্বামীদেৱৰ এই গল্পসংগ্ৰক আদৰ জনাব। আমি এই গল্পসংগ্ৰহটিৰ বাবে গোস্বামীদেৱলৈ অভিনন্দন জ্ঞাপন কৰিছোঁ। গল্পসংগ্ৰহটি প্ৰকাশ কৰাৰ বাবে প্ৰকাশকো সাহিত্যপ্ৰেমী, সাহিত্যসেৱী ৰাইজৰ নিশ্চয় ধন্যবাদৰ পাত্ৰ হ'ব।

বালগোপাল, মিলনপুৰ, নগাওঁ
১৮।১।৮৮

ৰাইজৰ সেৱক—
**শ্ৰীসৰ্ব্বেশ্বৰ ৰাজগুৰু**

# বিবৰ্ত্তন

পিতাক সিন্ধুৰামৰ মৃত্যুৰ পিছতেই চাকৰি এৰি থৈ কন্দুৰা ঘৰ সোমালহি।....কন্দুৰাই চাকৰি কৰাৰ কথা পিতাকে কোনোদিনেই ভাল পোৱা নাছিল। কন্দুৰাই নিজেও এইদৰে হঠাতেই এদিন চাকৰি এৰি দি আকৌ গাৱঁত সোমাবহি লাগিব বুলি ভবা নাছিল। কিন্তু নিয়তিৰ বিধান অখণ্ডনীয়। চাকৰি এৰি ঘৰ পালেহি।...

কন্দুৰা বাপেকৰ একেটা ল'ৰা। আন সন্তান আৰু নাই। যিবা বায়েক এজনী আছিল তায়ো মৰিল। আন আন ল'ৰা-ছোৱালীৰ দৰেই সিন্ধুৰামেও কন্দুৰাক স্কুলত দিলে। পঢ়া-শুনা কৰি আন দহজনৰ দৰে কিবা ভাল ডাঙৰ চাকৰি কৰি পুতেকো এদিন ডাঙৰ মানুহ হ'ব বুলি সিন্ধুৰামে বৰকৈ আশা কৰিছিল।

গাৱঁৰে আন কেইটামান ল'ৰাৰ দৰেই কন্দুৰাও এদিন জিলাৰ হাইস্কুল পালেগৈ। গাৱঁত তেতিয়াও হাইস্কুল হোৱা নাছিল। ঘৰৰ পৰা তিনিমাইল দূৰত স্কুল। সিন্ধুৰামে জিলাৰে হৰি উকীলৰ উদং বাৰী এখনত কন্দুৰাক ঘৰ এটা সাজি দিলে। হৰি উকীল জিলাৰ ডাঙৰ মানুহ। ডাঙৰ মানুহৰ আশ্ৰয়ত থাকি দুটা ভাল কথা শিকিব, মন মুকলি হ'ব—এয়ে আছিল সিন্ধুৰামৰ আশা।

ঘৰৰ পৰা চাউল-পাত নি নিজেই ৰন্ধা-বঢ়া কৰি কন্দুৰা স্কুললৈ অহা-যোৱা কৰিলে। কিন্তু এবাৰ একেটা শ্ৰেণীতে তিনিবছৰ থাকিব লগা হোৱাত স্কুল এৰি বাধ্য হৈ কন্দুৰা ঘৰলৈ উভতি আহিল।

পিতাক সিন্ধুৰামৰ আশা-কুসুম মৰহি গ'ল। কিন্তু কন্দুৰাক

একোকে নকলে। একেটা পো, তাৰ মনত কষ্টই বা দিয়ে কেনেকৈ? সকলো যে ভাগ্য।

কন্দুৰাৰ ঘৰত মন বহা নাছিল। যি অলপ মাটি-বাৰী আছিল পিতাকেই হাল-কোৰ বাই খেতি কৰিছিল। খেতি খোলালৈ কন্দুৰাৰ ৰাপ নাই। চাকৰি বিচাৰি জিলালৈ অহা যোৱা কৰিলে। কেতিয়াবা ৰাতিটো জিলাতে থাকে। কেতিয়াবা বন্ধু-বান্ধৱৰ লগত থিয়েটৰ, চিনেমা চাই হোটেলত ভাত খাই ঘৰলৈ ওভতে।

কন্দুৰাই এইদৰে সময় কটোৱা সিন্ধুৰামে পেটে পেটে ভাল পোৱা নাছিল; কিন্তু মুখ মেলি কোনো দিনেই প্ৰতিবাদো নকৰিলে। একেটা পো, আগলৈকো নাই, পিছলৈকো নাই। কেতিয়বাহে মাত্র ক'ৰবাত কিবা হ'ল নেকি বুলি কন্দুৰাক সোধে।

সিন্ধুৰামৰো ধৰামেলা কৰিবলৈ জিলাত তেনে কোনো ডাঙৰ মানুহ নাছিল। এবাৰ মাত্র হলি উকীলৰ কাণত কথাটো পেলাইছিল। হলি উকীলেও অৱশ্যে নিৰাশ নকৰিলে। ক'ৰবাত কিবা সুবিধা দেখিলে কন্দুৰাক লগাই দিব বুলি সিন্ধুৰামক আশ্বাস দিলে। ডাঙৰ মানুহৰ মুখৰ কথা; সিন্ধুৰামৰ বিশ্বাস হ'ল উকীলে সহায় কৰি দিব। কিন্তু আচলতে কন্দুৰাৰ ক'তো সুবিধা নহ'ল।

কন্দুৰায়ো জিলালৈ অহা যোৱা কৰি, হোটেলত চাহ-ভাত খাই, চিনেমা-থিয়েটৰ চাই সাজ-পোছাক কিনি পিতাকৰ সাঁচতীয়া পইছা প্ৰায় শেষ কৰিলে। সিন্ধুৰাম হতাশ হ'ল। ল'ৰাকেই বা দোষ দিয়ে কেনেকৈ? দোষ দিলে নিজৰ কপালক।....

চাকৰি হোৱাৰ আশা নেদেখি এদিন সিন্ধুৰামে কন্দুৰাক ক'লে— "মই বুঢ়া হৈ আহিছোঁ। পিত্তৰ বেমাৰটোও আগতকৈ বাঢ়িছে। তোৰো ক'তো একো এটা নহ'ল। আমি খেতি খোলাৰ মানুহ। চাকৰি নহ'ল নাই। মাটি কম। মাটি-বাৰী ছুডোখৰমানকে বঢ়াব লাগে। আমাৰ গাৱঁৰে আদিৰাম, মনধন, সোপোকাই সৌ তাত পাম লৈ মুঠি মুঠি ধন ঘটিব লাগিছে। পমুৱা বিদেশীৰে দেশ

ভৰিল। গাৱঁৰ মূৰলৈকে সিহঁতৰেই মাটি। গৰু গাই এজনী চৰাবলৈকো ঠাই নোহোৱা হ'ল। কোন দিনা আমাৰ গাঁওখনেই সিহঁতৰ হাতলৈ যায় ঠিক নাই।"

সিন্ধুৰামৰ কথাকেইটা কন্দুৰাৰ ভাল নালাগিল। কিন্তু কোনো প্ৰতিবাদো নকৰিলে। জীৱনত এদিন হাল বাবৰ আৱশ্যক হ'ব পাৰে বুলি কন্দুৰাই নিজেও কোনো দিনেই ভৱা নাছিল। সিন্ধুৰামেও ভবা নাছিল। কিন্তু কালৰ কুটিল গতি। কন্দুৰা এনেয়ে বহি শুই থকা দৃশ্য সিন্ধুৰামৰ ভাল নলগা হৈ আহিল। ডেকা মানুহ কিবা কিবি কৰিব লাগে, এনেয়ে বহি শুই থাকিব কিয়?....

সিন্ধুৰামৰ মনৰ বল যেন ভাগি গ'ল। আগৰ দৰে আৰু পৰিশ্ৰম কৰিব নোৱাৰে।...অন্তৰৰ অশান্তি বাঢ়ি গ'ল। মনৰ অশান্তিতেই, একমাত্ৰ পো হলেও, সিন্ধুৰামে আজিকালি প্ৰায়ে নানা কথা কৈ কন্দুৰাক খং কৰিবলৈ ধৰিলে। পিতাকৰ এই শাসন পুতেকৰ ভাল নালাগিল। পিতাকৰ প্ৰতি কিবা এটা অৱজ্ঞাৰ ভাবে অন্তৰত দেখা দিলেহি। পিতা-পুত্ৰ একেখন দুৱাৰেদি ওলোৱা সোমোৱাও নকৰা হ'ল।

হঠাৎ এদিন বাৰীত কোনোবাই ডাঙৰ গছ এডাল কাটি থকা গম পাই "কোন, কোন" বুলি সিন্ধুৰাম বাৰীলৈ সোমাই গ'ল। চকুত পৰিল দুটা অচিনাকি মানুহে গছ এডাল কাটি আছে। ওচৰতে কন্দুৰা থিয় দি আছে।

কথাটো কি হৈছে সিন্ধুৰামে বুজিলে। কিন্তু প্ৰতিবাদৰ সুৰত মানুহ দুটাক সুধিলে—"এই তহঁত দুটাই কাৰ কথা মতে গছ কাটিছ?" মানুহ দুটাই সিন্ধুৰামৰ মুখলৈ চোৱাও প্ৰয়োজন বোধ নকৰিলে। গছ কাটি থকা অৱস্থাৰে পৰা উত্তৰ দিলে—"এই বাবুৰ পৰা আমি কিনি লৈছো।..." মানুহ দুটাই ইয়াতকৈ আৰু বেছি বাক্যব্যয় কৰা অনাৱশ্যক বুলি ভাবিলে। খঙে-বিষে, লাজে-অপমানে সিন্ধুৰাম মৰাৰ নিচিনা হ'ল। অগত্যা আত্ম সন্মান ৰক্ষা

কৰাৰ কাৰণেই কন্দুৰাক সুধিলে—

"তই গছ বেচিছ নেকি ?"

"অ', বেচিছো।"

"মোক নুসুধিলি কিয় ?"

"সুধিবলৈ আৰু কি আছে। গছডাল এনেয়ে আছে দেখি বেচিলো। মোকো জানো পইছা নালাগে। ..."

একেটা পো। সকলো সা-সম্পত্তি, মাটি-বাৰী এদিন তাৰেই হ'ব। কিন্তু কন্দুৰাৰ আজিৰ ব্যৱহাৰে সিন্ধুৰামক বৰ দুখ দিলে। হিয়াখন যেন ফাটি গ'ল।....

ইয়াৰ মাজতে কন্দুৰা কেবাবাৰো জিলালৈ অহা যোৱা কৰিলে। কিয় গৈছিল মাক-বাপেকে নাজানে। মাত্র চকুত পৰিল জিলাৰ পৰা অনা কেইসাজমান কাপোৰলৈ আৰু এজোৰ জোতালৈ। সিন্ধুৰামে কোনো মতামত প্রকাশ নকৰিলে। মাক সেন্দুৰীৰ মাত দিবলৈ সাহ নাই। পিতাকৰ লগত কন্দুৰাৰ মাতবোল বন্ধ হৈ গ'ল।...সেইদিনা কন্দুৰা জিলাৰ পৰা ঘৰ পাওঁতে ৰাতি হ'ল। সিন্ধুৰামে গোসাঁই ঘৰত নাম ধৰিছিল। মাক ভাত ৰন্ধাত ব্যস্ত। কন্দুৰা পাকঘৰৰ দুৱাৰ মুখত থিয় হ'লহি।

"আই খবৰ এটা আছে। মই আজি চিপাহী কামত ভৰ্ত্তি হলো। কালিলৈ ৰিজাৰ্ভ অফিছত হাজিৰ হ'বগৈ লাগিব। তহঁতক আৰু জুলুম নকৰোঁ। ..."

কথাটো যেন মাকে নুবুজিলে। কন্দুৰাৰ মুখলৈ চালে। সুখৰ সংবাদ একোকে ধৰিব নোৱাৰিলে।

"তই চিপাহীৰ কামটোহে পালি ? আন..."

"চিপাহীৰ কামটোনো কি বেয়া ? যি দিন কাল আহিছে তাকো পাবলৈ নোহোৱা হ'ব। ভালকৈ কাম কৰিলে ইয়াত পুলিচ চাহাবো হবগৈ পাৰি। দাৰোগা হোৱা কোনো কথাই নহয়।...."

"থ বোপাই পুলিচ চাহাৰ হবি গৈ...।"

"তই নাজান বুলিহে। পুলিচে হালে হালে মানুহ সাঙুৰিব পাৰে। পা-পইছাতো আছেই...।"

সিন্ধুৰাম গোসাঁই ঘৰৰ পৰা ওলাই আহিছিল।

"শুনিছেনে আমাৰ ই বোলে আজি চিপাহী কামত ভৰ্ত্তি হৈ আহিছে। কালিলৈ হেনো যাবই লাগিব।"

"কি ক'লি ?"

সিন্ধুৰামৰ মাতত যেন অন্তৰৰ নৈৰাশ্য ফুটি উঠিল।

"ই হেনো চিপাহীৰ কাম এটা পাইছে। কালিলৈ যাবই লাগিব....।"

সংবাদটোত সিন্ধুৰাম চক্ খাই উঠিল। একমাত্ৰ পুতেকক চিপাহী কৰাৰ কথা সিন্ধুৰামে কোনো দিনেই ভবা নাছিল। লিখা-পঢ়া কৰি ডাঙৰ চাকৰি লৈ পুতেক ডাঙৰ মানুহ হ'ব এয়ে আছিল সিন্ধুৰামৰ আশা। ল'ৰাৰ পঢ়া-শুনা নোহোৱাত পেটে পেটে দুখ পাইছিল যদিও খেতি খোলা কৰি, দুডোখৰ মাটি-বাৰী বঢ়াই ঘৰৰ অৱস্থা ল'ৰাই ভাল কৰিব বুলিয়েই ভাবিছিল। কন্দুৰাকো সদায় তাকেই কৈছিল। দেশত মাটি কমি আহিছে। এতিয়াই মাটি-বাৰী নবঢ়ালে আগলৈ বৰোৱা টান হ'ব।...

সেন্দুৰীয়ে দিয়া এই সংবাদত সিন্ধুৰামৰ শেষ আশাও যেন লোপ হৈ গ'ল। খন্তেকলৈ সিন্ধুৰাম হতবাক হৈ পৰিল। অতি কষ্টে নিজকে সংযত কৰি ক'লে—

"চিপাহীৰ কামহে চকুত পৰিল ? খেতি খোলা চলাই জানো মানুহে ধনী-মানী হৈ খোৱা নাই ? এই মাটি-বাৰীবোৰ কেনো চাই কোনে ?"

কন্দুৰাৰ স্বাধীন গতিপথত যেন বাধা পৰিল। কন্দুৰাৰ খং উঠিল। খং কৰিয়েই উত্তৰ দিলে—

"মাটি-বাৰীৰ লেখ দিব নালাগে। মাটি-বাৰী মোক একোকে নালাগে। নাঙল টানি পথাৰে পথাৰে বোকা খচকি মই ফুৰিব নোৱাৰোঁ। চলাব নোৱাৰিলে মাটি বেচি দে, কিনোতা বহুত পাবি…।"

নির্দয়, নিম্মম উত্তৰ। সিন্ধুৰামে বেজাৰ পালে। একেটা পো বুকুত বান্ধি ডাঙৰ কৰিছিল। তাৰ লগত চুপতিয়েই বা কৰিব কি? সিন্ধুৰাম মনে মনে ৰ'ল।

* * * *

প্ৰায় এমাহ মানৰ পিছত। সেইদিনা গধূলিপৰত সিন্ধুৰামে গোহালিত গৰু বান্ধি আছিল। দুটা ডেকা মানুহ অহা লক্ষ্য কৰিলে। কাণি-মুনি সময়, ডেকা দুটা কোন ধৰিব নোৱাৰিলে। লক্ষ্য কৰিলে দুয়োৰো মূৰত টুপী, ককালত পটলুং, গাত হাত চুটি কামিজ, হাতত চুটি একোডাল লাখুটি। কোনোবা চৰকাৰী মানুহ বুলি অনুমান কৰিলে। গৰু বন্ধা এৰি লৰালৰিকৈ জপলাখন বন্ধ কৰি সিন্ধুৰাম গোহালি ঘৰৰ পৰা ওলাই আহিল।…দুয়োজন ডেকা ভিতৰলৈ সোমাই গ'ল।

মুখৰ খোটালীটোত সিন্ধুৰাম থিয় হ'লহি। চকুত পৰিল ভিতৰত অচিনাকি ডেকা এজন পীড়া এখনত বহি আছে। লগৰ আনজন ডেকা যে কন্দুৰা সিন্দুৰামে বুজিলে। খন্তেকলৈ সিন্ধুৰামে ডেকাজনৰ মুখলৈ চালে। তাৰ পিছত প্ৰশ্ন কৰিলে—

"বাপা তুমি ক'ৰ, মই দেখোন চিনি পোৱা নাই?"

বহাৰ পৰা ডেকাজন মুঠিল। হাতৰ লাখুটিডাল ঘূৰাই ঘূৰাই উত্তৰ দিলে।

"মই ইয়াৰ মানুহ নহয়, কেনেকৈ চিনিব। মই তেখেত বৰাৰ লগতে কাম কৰোঁ। এইপিনে ফুৰিবলৈহে আহিলো।"

"কাম কৰা কিমান দিন হ'ল?"

"পাঁচ বছৰ।"

"ঘৰত কোন কোন আছে ?"

"মোৰ সকলো আছে। আমি ভাই-ককাই সাতজন। চাকৰি মইহে কৰিছোঁ। বাকীবোৰে খেতি-পথাৰতে চকু দিয়ে।"

সিন্ধুৰামৰ মনত পৰিল—একেটা পো কন্দুৰাৰ ঘৰত মন নবহে। খেতি-পথাৰ বেয়া পায়।

..."কাম কৰি কেনে পাইছা ?"

সিন্ধুৰামে ডেকাজনক প্ৰশ্ন কৰিলে।

"এতিয়ালৈকে বেয়া পোৱা নাই। বেয়া পালেই এৰি দি খেতিত লাগিমগৈ....। মোৰ হাল বোৱাৰ অভ্যাস আছে।

যিমানেই মতানৈক্য নঘটক কন্দুৰা একেটা পো। ঘৰলৈ আহিছে। লগত আনিছে এজন বন্ধু।...

মাকে ক'লে—"তহঁতে ভাতকে খাই যা।"

"ভাত খালে পলম হ'ব। গন্তিৰ আগতে ৰিজাৰ্ভ পাবগৈ লাগিব। কিবা চা-জলপানকে দে।"

একেটা পো। মাহেকৰ মূৰত ঘৰলৈ আহিছে। ভাত এসাজো খুৱাব নোৱাৰিলে বুলি মাকে দুখ কৰিলে। বাপেক মনে মনে ৰ'ল।...সিন্ধুৰামে কন্দুৰা জিলালৈ উভতি যোৱাৰ কাৰণে অপেক্ষা নকৰি অভ্যাস মতে গা ধুই গুৰু সেৱা কৰিবলৈ গোসাঁই ঘৰত সোমাল।

* * * *

দিন আগুৱাই গ'ল। সিন্ধুৰামে অকলে হাল-কোৰ বাব নোৱাৰা যেন অনুভৱ কৰি তিনিপূৰা মাটিৰ দুপূৰা আধি দি এপূৰাৰ খেতি নিজেই কৰিছিল। সিও যেন টান হৈ আহিছিল। সহায় কৰা কোনোবা এটা থকা হ'লে বিশ্ৰামকে ল'ব পাৰিলেহেঁতেন। কিন্তু ঈশ্বৰে এইকণ সুবিধাও নিদিলে। সিন্ধুৰামৰ মনত অশান্তি।

হঠাৎ এদিন ঠিক সন্ধ্যাৰ পিছতেই ৰাতিৰ এন্ধাৰত টালি-টোপোলাসহ ৰিক্সা এখন কন্দুৰাহঁতৰ ঘৰৰ আগত ৰ'লহি। গাঁৱৰ

দুই-এটাই ৰাতি বিক্সাখন অহা লক্ষ্য কৰিলে। ক'ৰ বিক্সা, কোনে আনিছে একো সুবুজি অন্তৰৰ কৌতুহলত এটা দুটাকৈ মানুহ সিন্ধুৰামৰ পদূলিত থিয় হ'লহি।....সকলোৰে চকুত পৰিল—কন্দুৰাৰ লগত বিক্সাখনত এজনী অচিনাকি গাভৰু। কন্দুৰাই এইদৰে মানুহ গোটখোৱা ভালপোৱা নাছিল। কিন্তু বাধাই বা দিব কেনেকৈ?...বিক্সাখন ৰোৱাৰ লগে লগেই কন্দুৰা জাপ মাৰি বিক্সাখনৰ পৰা নামি, কাকো নেদেখাৰ ভাও ধৰি, বিক্সাৰ পৰা গাভৰুজনীক নিৰ্দ্দেশ দি টোপোলা কেইটা হাতত তুলি ললে।....

অচিনাকি গাভৰুজনী কোন হ'ব পাৰে—সকলোৱে অনুমান কৰিলে। এন্ধাৰুৰ মাজেদিয়েই মানুহজনীৰ মুখখন চাবলৈ প্ৰায় ঠেলা হেঁচা লগালে। সকলোৰে মুখত ব্যঙ্গসূচক মিচিকিয়া হাঁহি। অন্তৰৰ তীব্ৰ কৌতুহল দমাব নোৱাৰি, বাল্যবন্ধু কানুৰামে লাজ-কাজ এৰি কন্দুৰাক প্ৰশ্ন কৰিলে—"কন্দুৰা, এই ৰাতিখন তই ক'ৰ পৰা আহিলি? এওঁক দেখোন চিনি পোৱা নাই। ক'ৰ নো?" অনধিকাৰ চৰ্চ্চা। কন্দুৰাৰ ভাল নালাগিল।

"ব্যস্ত হৈছ কিয়, ধৈৰ্য্য ধৰছোন, লাহে লাহে সকলো গম পাবি।...."

কথাকেইটা শেষ কৰিয়েই প্ৰায় পলাই যোৱাৰ দৰেই কন্দুৰা পদূলি এৰি ঘৰৰ ফালে আগবাঢ়ি গ'ল।....অলপো সময় নষ্ট নকৰাকৈ বিক্সাখনো আঁতৰি গ'ল। তাৰ পাওনা বোধহয় আগতেই আদায় দিছিল। বিক্সাৱালাক প্ৰশ্ন কৰাৰ সুবিধাও কাৰো নহ'ল।

কথাটো ৰহস্যজনক হৈ উঠিছিল। কন্দুৰাৰ পিছে পিছে পদূলিত জুম বন্ধা মানুহখিনিও কন্দুৰাহঁতৰ ঘৰলৈ বুলি পদূলিৰ পৰা আগবাঢ়ি গ'ল।....

সিন্ধুৰাম ঘৰত নাছিল। ওচৰৰে গেন্ধুৰা বায়নৰ ঘৰত সকাম এটালৈ গৈছিল। মাক আছিল পাকঘৰত। কন্দুৰাই ভিতৰ সোমাই মাকক মাত দিলে—

"আই, বেগাই আহছোন, এইটো কি চাহি....।" মাতত অন্তৰৰ আনন্দভাব ফুটি উঠিল।

কন্দুৰা. এইদৰে অকস্মাতে উপস্থিত হ'বহি বুলি মাকে ভবা নাছিল। পুতেকৰ মাত শুনি কিবা অঘটন হ'লনেকি বুলি আশঙ্কা কৰি উধাতু খাই সেন্দুৰী পাকঘৰৰ পৰা ওলাই আহিল। বুকুখন যেন ধপধপাই উঠিল। কিন্তু অভাৱনীয় ৰূপে ঘৰৰ ভিতৰতে অচিনাকি গাভৰু এজনী দেখি ভূত দেখা মানুহৰ দৰেই সেন্দুৰীৰ গাটো কঁপিবলৈ ধৰিলে। খোজ বন্ধ হৈ গ'ল।..

মাকক দেখিয়েই কন্দুৰাই গাভৰুজনীৰ ফালে চাই ক'লে—

"এইয়া আমাৰ আই। সেৱা কৰা ..।"

গাভৰুজনীয়েও কোনো সঙ্কোচ বোধ নকৰাকৈ যন্ত্ৰৰ দৰেই যেন কন্দুৰাৰ মাকক সেৱা এটা কৰিলে। সেন্দুৰী আচৰিত হ'ল। কি হৈছে, একো আগগুৰি নুবুজি মানুহজনী বিব্ৰত হৈ পৰিল। হাঁহিব নে কান্দিব, একো নুবুজি এবাৰ গাভৰুৰ মুখলৈ, এবাৰ কন্দুবাৰ মুখলৈ চালে।

"তই আচৰিত নহবি। দহে যিটো কৰি আছে ময়ো তাকেই কৰিছোঁ। তোৰ ঘৰত বোৱাৰী সোমালহি।...."

"বোৱাৰী? বিয়াবাৰু নোহোৱাকৈ?..."

"বিয়া হবলৈনো কিমান পৰ লাগিছে। আজিকালি দেখোন আগৰ দৰে বিয়া-বাৰু হোৱা উঠিয়েই গৈছে। আদালতত হাকিমৰ আগত থিয় হৈ কাগজ কৰিলেই হয়। কিমান বিয়া এইদৰে হ'ব লাগিছে।..."

পুতেকৰ কথা যেন কাণত নোসোমাল। এটা অশান্তিৰ ভাবত অন্তৰখন দেই পুৰি যাবৰ উপক্ৰম হ'ল। সেন্দুৰীৰ এখন সমাজ আছে। সমাজৰ ৰীতি, নীতি, নিয়ম আছে। সমাজক নেওচা দি সেন্দুৰীহঁত ক'ত থাকিব?.. ক'ৰ ছোৱালী, কাৰ ছোৱালী সেন্দুৰীয়ে একোকে নাজানে। অচিনাকি এজনী গাভৰুক বোৱাৰী বুলি

কেনেকৈ গ্ৰহণ কৰিব ?

মাকক নিৰুত্তৰ দেখি কন্দুৰাই মাকৰ মনৰ ভাবটো বুজিলে :

"তই একো চিন্তা নকৰিবি। মই য'তে ত'তে হাত দিয়া নাই, চাই চিন্তিহে আনিছোঁ। তই মনত একো শঙ্কা নকৰিবি। পিতাইকো কথাটো বুজাই দিবি।..."

"ঘৰ ক'ত ?"

"জিলাতেই।"

"কোন কোন আছে ?"

"সকলো আছে। ভৰপূৰ গৃহস্থী। মোলৈকে বিয়া দিয়াৰ মন। ককায়েক মোৰ বন্ধু। বিয়াবাৰুখন ইয়াতে পিছত পাতিম বুলি ভাবি আজি লৈয়েই আহিলো। "

সেন্দুৰীয়ে ভয় খাইছিল—"কিবা গোচৰ-তোচৰ হ'বনেকি ?"

"কিয় গোচৰ হব ? মাক-বাপেকেই পঠিয়াই দিছে।...."

অশান্তিৰ এটা গধুৰ বোজা সেন্দুৰীৰ অন্তৰৰ পৰা নামি গ'ল। মাকৰ চিত। ল'ৰা সুখী হোৱাৰ এটা ভাবে মনত দেখা দিলেহি। গাভৰুজনীৰ মুখখনলৈ চকু গ'ল। ধুনীয়া এখন মুখ। গাৰ ৰং মুকলি। অন্তৰত মৰম ভাব এটা উপজিল। গাভৰুজনীক আপোন কৰি লোৱাৰ ভাব এটা হ'ল।

"আই অ', তোৰ কি নাম ?"

"অমলা। ঘৰত মতা নাম মাজু।"

কোমল মিঠা এটা মাত। সেন্দুৰীৰ অন্তৰৰ খুত্‌খুতনী যেন কমি গ'ল। ভাবিলে ল'ৰাই ভুল কৰা নাই। ডেকা ল'ৰা গাভৰু ছোৱালী, দোষেই বা দিয়ে কেনেকৈ ? সিয়েই সুখী হওক।

শঙ্কা দ্বিধাৰ মাজেদি সেন্দুৰীয়ে ন ছোৱালীক বহিবলৈ পীড়া এখন দি সিহঁতে খাবৰ বাবে কিবা এটা আনিবলৈ আকৌ পাক ঘৰলৈ সোমাই গ'ল।

কন্দুৰাই লগত অনা টালি টোপোলা কেইটা সামৰি ভিতৰলৈ

নি নতুন সংসাৰ আৰম্ভ কৰাৰ কাৰণে ব্যস্ত হৈ পৰিল ।....

গেন্ধুৰা বায়নৰ ঘৰৰ সকামৰ পৰা উভতি আহোতে সিন্ধুৰামৰ অলপ ৰাতি হ'ল। ঘৰৰ ভিতৰত অচিনাকি গাভৰু এজনী দেখি সিন্ধুৰাম আচৰিত হ'ল। কিবা অঘটন ঘটিছে বুলি আশঙ্কা কৰিলে। কি হৈছে একো বুজিব নোৱাৰি সেন্দুৰীক মাত দিলে—

"চাওঁ, হেৰা, এই পিনে আহাছোন ।"

আচলতে কথাকেইটা ন ছোৱালীৰ দৃষ্টি আকৰ্ষণ কৰিবলৈকে সিন্ধুৰামে ব্যৱহাৰ কৰিছিল। গাভৰুজনীয়েও মূৰ তুলি সিন্ধুৰামৰ ফাললৈ চালে। সিন্ধুৰামক দেখি মূৰৰ ওৰণিখন দীঘল কৰি ল'লে। কন্দুৰা সিন্ধুৰামৰ চকুত নপৰিল। সেন্দুৰী পাকঘৰৰ পৰা ওলাই আহিল।

"এইজনী ক'ৰ ছোৱালী, কোনে ইয়ালৈ আনিলে ?"

সেন্দুৰী নিজেও যেন বিব্ৰত হৈ পৰিছিল।

"কিনো কম, সিয়েই জিলাৰ পৰা আনিছে ।"

সিন্ধুৰামৰ খং উঠিছিল।

"তই ঘৰত সোমাবলৈ দিলি কিয় ?"

"কোন তলকতনো সোমালহি মই গমকে নাপালো। আহিল যেতিয়া খেদিনো দিওঁ কেনেকৈ ?"

আলোচনাবোৰ গাভৰুজনীৰ কাণত পৰিলগৈ।

"সেই পাষণ্ডটো গ'ল ক'লৈ ?"

"এতিয়াই ইয়াতে আছিল ।"

"তাক ঘৰৰ পৰা উলিয়াই দে। সি বংশৰ কুলাঙ্গাৰ। শেষত মোৰ পো ছোৱালী চোৰ হ'ল। হৰি হৰি মোৰ কপালত এইটোও লিখা আছিল। এতিয়া চিপাহী আহক, দাৰোগা আহক, হালে হালে বান্ধি জিলালৈ নিয়ক ।"

ক'ৰবাৰ পৰা কন্দুৰা ওলালহি। কন্দুৰাক দেখিয়েই সিন্ধুৰা খঙত জ্বলি উঠিল।

"তই মৰিবলৈ ঠাই নাপালি? তই কাক সুধি এইজনীক ইয়ালৈ আনিলি? ঘৰৰ মালিক তই নে মই?"

সকলো হাই-উৰুমিৰ মাজেদিয়েই গাভৰুজনীয়ে উচুপি উচুপি কন্দাৰ শব্দ সকলোৰে কাণত পৰিলহি।

এটা এনে করুণ দৃশ্য। কিন্তু সিন্ধুৰামৰ খং মাৰ নগ'ল।

"তই এইদৰে কিয় কান্দিছ? মোৰ ঘৰত কোনো মৰা নাই নহয়, তই যে এইদৰে কান্দিছ? তোক ইয়াত ৰখাই মই বুঢ়া কালত ফাটেকলৈ যাব নোৱাৰোঁ। তোক মই ইয়াত ঠাই নিদিওঁ। তই ইয়াৰ পৰা যা।"

কন্দুৰাৰ পক্ষে বাপেকৰ ব্যৱহাৰ অসহ্যজনক হৈ উঠিল। নিজে কিবা ভুল কৰিছে বুলি কন্দুৰাই ভাবিব পৰা নাছিল।

"পিতাই, তই কি ক'লি? তই বলিয়া হৈছ নেকি? ইয়াৰ পৰা কিয় যাব? এইখন অকল তোৰেই ঘৰ নহয়। এইখন মোৰো ঘৰ। ইয়াত মোৰো অধিকাৰ আছে। যদি কিবা বেয়া পাইছ তয়ে ইয়াৰ পৰা বাহিৰ হৈ যা।"

কন্দুৰাৰ কথা শুনি, ব্যৱহাৰ দেখি সিন্ধুৰাম মৰাৰ নিচিনা হ'ল। প্ৰতিবাদ কৰিবলৈকো কোনো শব্দই বিচাৰি নাপালে। সিন্ধুৰামে ভৱিষ্যৎ বিপদ অনুমান কৰি ভয়ত আতঙ্কিত হৈছিল। এজনী অপৰিচিতা গাভৰুৰ সাক্ষাতত অপমানিত হ'বলৈকো নিবিচাৰিলে। ৰাতিয়েই কথাটো গাওঁবুঢ়াৰ কাণত পেলাই থোৱা ভাল হ'ব বুলি ভাবি সিন্ধুৰাম গাওঁবুঢ়াৰ ঘৰলৈ গ'ল।

পিছদিনা আন্ধাৰে-পোহৰে কাকো মাতবোল নিদিয়াকৈ কন্দুৰা জিলালৈ উভতি গ'ল। ৰাতিটোৰ কাৰণে ছুটী লৈ আহিছিল।—পুৱাই পেৰেডত হাজিৰ হবগৈ লাগিব।

ৰাতি টোপনি হোৱা নাছিল। তথাপি চকুত টোপনি লৈয়ে অভ্যাসমতেই যেন পোহৰ হোৱাৰ লগে লগেই কান্ধত নাঙল লৈ সিন্ধুৰাম পথাৰলৈ গ'ল।...

ন ছোৱালীৰ আল-পৈচান ধৰিবলৈ সেন্দুৰী ব্যস্ত হ'ল। জিলাৰ ছোৱালী, ৰাতিপুৱাই চাহ খোৱাৰ অভ্যাস। সেন্দুৰীয়ে চাৰিপাটী এৰিয়েই খৰধৰ কৰি গাটো তিয়াই চাহ কৰিবলৈ জুহালৰ কাষ পালেগৈ।····আগদিনাৰ মানসিক উত্তেজনা বহু পৰিমাণে কমি গৈছিল।···ন ছোৱালীক হাত-ভৰি ধুবলৈ, গা তিয়াবলৈ সকলো যতাই দিলেহি। গোটেই ঘৰখনতেই নতুন এটা আৱহাওৱা সৃষ্টি হোৱা যেন সেন্দুৰীয়ে অনুভৱ কৰিলে।

কন্দুৰাই জিলাৰ পৰা ছোৱালী এজনী অনাৰ কথাটো গাৱঁত লুকাই নৰ'ল। ৰাতি পুৱাৰে পৰা ন ছোৱালী চাবলৈ মানুহ আহিল। বহুতে বহুত ৰকমৰ প্ৰশ্ন কৰিলে। গাভৰুৱে কিছু-মানক উত্তৰ দিলে, বহুতক নিদিলে। অহা আহিছে, যোৱা গৈছে। কিছুমানে বিচাৰিলে সিন্ধুৰামক, কিছুমানে কন্দুৰাক। কোনোবাই মন্তব্য কৰিলে—"ছোৱালীৰ ঘৰৰ মানুহে এইটো কাম কেতিয়াও সহি নাথাকে। গোচৰ কৰি দুয়োটাকে ধৰাই নি ফাটেকত দিব।····

সেন্দুৰী এবাৰ বাজ, এবাৰ ভিতৰ কৰি ৰ'ল। কাৰোবাক বহিবলৈ দিলে, ঠাইৰ অভাৱত কোনোবা থিয় হৈয়ে থাকিব লগা হ'ল। কোনোবাই পালে চাহপানী, কোনোবাই তামোল। বহুতে একোকেই নাপালে।

উত্তেজনাৰ মাজেদিয়েই গোটেই দিনটো পাৰ হৈ গ'ল। কন্দুৰা ঘৰত নাই। সিন্ধুৰাম, সেন্দুৰীয়ে সকলো উত্তেজনাৰ মাজেদিয়েই প্ৰতি মুহূৰ্ত্তে বিপদৰ আশঙ্কা কৰিছিল। পুলিচ-দাৰোগা অহাৰ বিভীষিকাত হৃদয় কঁপি উঠিছিল। এদিনৰ পিছত দুদিন হৈ মাহেক পাৰ হৈ গ'ল। পুলিচ নাহিল, কোনো মামলা-মোকৰ্দ্দমাও নহ'ল। সিন্ধুৰামৰ ঘৰত বোৱাৰী হিচাবে অমলাও থাপ খাবলৈ ধৰিলে। অতীতৰ অশান্তিৰ বহুখিনিয়েই যেন কমি গ'ল।

* * *

কন্দুৰাৰ জীৱনত আৰম্ভ হ'ল নতুন এটা অধ্যায়। কেইদিন-মানৰ অসুখতেই সিন্ধুৰামে চকু মুদিলে। কন্দুৰাৰ মূৰত আকাশী সৰগ ভাগি পৰিল। কিন্তু উপায় নাই, চাকৰি এৰি কন্দুৰা ঘৰ সোমালহি।

কিছুদিনলৈ কন্দুৰাই গাৱঁলীয়া জীৱনৰ লগত খাপ খুৱাই ল'ব নোৱাৰিলে। চাৰিওফালে নানা বাধা, নানা অন্তৰায়। চিন্তা-ধাৰাত অমিল।

কন্দুৰাৰ হাতত পইচা নাছিল। বাপেকৰ চুৱা গুচাবলৈ ধনৰ অভাৱ। কামটো সৰু-সুৰাকৈ পাতিবলৈকো ইচ্ছা নহ'ল। বাপেকৰ দিনৰ তিনি পূৰা মাটিৰ এপূৰা মাটিকে বিক্ৰী কৰা ঠিক কৰিলে। মাকে বাধা দিলে। কন্দুৰাই বাধা নামানিলে। "ঘৰ সোমালহি যেতিয়া মাটি-বাৰী বঢ়াবলৈ কি লাগিছে।" মাকক উত্তৰ দিলে। একেটা পো, মাক মনে মনে ৰ'ল।

গাৱঁত গ্ৰাহক বিচাৰিলে। ইমানবোৰ ধন দি মাটি কিনা মানুহ নোলাল। সৰহকৈ মাটি ৰখাই খাজনাবোৰ ভৰে কোনে, এনে এটা যেন ভাব।

ওচৰৰ পমুৱা গাৱঁলৈ গ'ল। পমুৱা গাৱঁৰ ইদ্ৰিছ আলি কন্দুৰাৰ বন্ধু। জিলালৈ কেতিয়াবা গ'লে কন্দুৰাক দেখা নকৰাকৈ ইদ্ৰিছ ঘৰলৈ উভতি নাহে। গাৱঁৰ প্ৰভাৱশালী মাতব্বৰ। মাটি পালেই ইদ্ৰিছে নেৰে, যেনে তেনে কিনে। এই সংবাদ কন্দুৰাৰ কাণত পৰিছিলহি। ইদ্ৰিছৰ নিজৰেই বাৰটা ল'ৰা-ছোৱালী। ভাই-ককাইবোৰ আছেই। সিহঁতকেই অকলে এখন গাওঁ লাগে। সুবিধা পাওঁতেই চুড়োখৰ মাটি বঢ়াই নললে আগলৈ মাটি পোৱা টান হব।

কন্দুৰাৰ প্ৰস্তাৱ সানন্দে ইদ্ৰিছে গ্ৰহণ কৰিলে। বিক্ৰীৰ পৰিবৰ্ত্তে কন্দুৰাই বন্ধক দিয়াৰ প্ৰস্তাৱ কৰিছিল। কিন্তু সেই প্ৰস্তাৱত ইদ্ৰিছ মান্তি নহ'ল। অগত্যা কন্দুৰাই মাটি বিক্ৰী কৰিবলৈকে বাধ্য হ'ল।

কাৰণ পিতৃৰ কামটো অলপ ডাঙৰকৈ নকৰিলে কন্দুৰাৰেই বদনাম হব। লোকৰ মুখত কুৎসা শুনে কোনে?

পিতৃৰ হৈ কৰিব লগা কাৰ্য্য কন্দুৰাই শেষ কৰিলে। ইয়াৰ আগেয়ে পিতৃৰ চুৱা গুচাবলৈ কন্দুৰাৰ দৰে সেই গাৱঁত ইমানবোৰ ধন কোনেও খৰছ কৰা নাছিল। কন্দুৰাৰ পিতৃভক্তি দেখি সকলোৱেই "ধন্য ধন্য" কৰিলে।

গাৱঁলৈ আহি সম্পূৰ্ণ এটা নতুন জীৱনৰ মাজলৈ কন্দুৰা লাহে লাহে আগবাঢ়ি গ'ল।

সেই অঞ্চলৰ মামলা-মোকৰ্দ্দমা কন্দুৰা নহলে নচলা হ'ল। তাতে নতুনকৈ পতা স্কুল এখনৰ দায়িত্বও ৰাইজে কন্দুৰাৰ ওপৰতে জাপি দিলে। বাহিৰৰ পৰা ডা-ডাঙৰীয়াসকলক অভ্যৰ্থনা কৰা, গাৱঁৰ নানা অভাৱ-অভিযোগবোৰৰ কথা তেওঁলোকক কোৱাৰ নিচিনা কামবোৰো কন্দুৰাই অকলেই বহন কৰিব লগা হ'ল। কন্দুৰাৰ সময় নাই। ৰাতিপুৱা গধূলি ৰাইজৰ কামতেই ব্যস্ত। আনকি নিজৰ ঘৰ সংসাৰ কেনেকৈ চলিছে তালৈ মন কাণ দিবলৈকো কন্দুৰাৰ সময় নোহোৱা হ'ল। কন্দুৰাৰ দুপুৰা মাটি। সৰু সংসাৰ। যেনে-তেনে বছৰেকৰ ধান কেইটা পায়। বাহিৰৰ পৰা ভাগ্যে দুপইচা আহে বুলিহে, নহলে কন্দুৰাৰ পক্ষে সংসাৰ চলোৱা টানেই হ'লহেঁতেন। ..

কন্দুৰাৰ সংসাৰ বাঢ়ি উঠিল। দুটা ল'ৰা, এজনী ছোৱালী। ছোৱালীজনী ডাঙৰ, হাইস্কুল পাইছেগৈ। ল'ৰা দুটা সৰু হৈ আছে। ইয়াৰ মাজতে হঠাৎ এদিন মাকেও এৰি থৈ গ'ল।

আধিদাৰে ধান ঠিকমতে নিদিয়ে। কন্দুৰাই নিজে খেতি কৰোৱাকে ঠিক কৰি হালোৱা বিচাৰিলে। হালোৱা এটা ইস্ত্ৰিছে ঠিক কৰি দিলে। পমুৱা ল'ৰা খেতি-খোলালৈ বৰ উৎসাহ। এলাহ নাই, ভাগৰ নাই। কুৰি বছৰৰ হৃষ্ট-পুষ্ট, স্বাস্থ্যৱান ল'ৰা। হালোৱা দেখি কন্দুৰাই আনন্দ পালে। আধিদাৰৰ পৰা মাটি এককৱাই

কন্দুৰাই নিজে খেতি কৰা আৰম্ভ কৰিলে। কন্দুৰা মহাজন, আব্দুল হালোৱা, কন্দুৰা মহাজনৰ চাকৰ।

বিশ্বাসী চাকৰ আব্দুলৰ হাতত খেতি-পথাৰৰ সকলো দায়িত্ব এৰি দি কন্দুৰা নিশ্চিন্ত হ'ল।

কন্দুৰাৰ কাম দেশ-সেৱা। নিৰ্বাচনত উঠা প্ৰাৰ্থীৰ কাৰণে ভোট বিচৰা। গাওঁৰ উন্নতিৰ কাৰণে জিলালৈ গৈ অফিছে অফিছে ঘূৰি নানা দা-দৰ্খাস্ত দিয়া। মন্ত্ৰীসকল জিলালৈ আহিলে—গাওঁৰ নানা অভাৱ অভিযোগবোৰৰ কথা মন্ত্ৰীৰ কাণত পেলাই সেইবোৰ দূৰ কৰাৰ ব্যৱস্থা কৰা।··

কন্দুৰাৰ প্ৰভাৱ বাঢ়ি উঠিল। আনকি পমুৱা গাওঁতো কন্দুৰাক সন্মান কৰা মানুহৰ সংখ্যা বাঢ়িবলৈ ধৰিলে। পমুৱা গাওঁতো প্ৰায়বোৰ মানুহেই কন্দুৰাক সম্বোধন কৰে "চৰকাৰ" বুলি। কৰ্মব্যস্ত কন্দুৰাৰ ঘৰৰ কথাত চকু দিবলৈ সময় নাই।

বছেৰেক পাৰ হৈ গ'ল। এদিন কন্দুৰা ক'ৰবালৈ যাবলৈ ওলাইছিল। আব্দুল উপস্থিত হ'লহি। তাক আগত দেখি কন্দুৰাই প্ৰশ্ন কৰিলে—"কি হ'ল, আব্দুল, কিবা কৰা মেকি?"

মহাজনৰ মুখলৈ সি চাব নোৱাৰিলে। কিবা এটা দ্বিধা ভাৱে যেন তাক হেঁচি ধৰিছিল। মৰটো তললৈ কৰি, ভৰিৰে মাটি খুচৰি—কওঁ নকওঁকৈ সি ক'লে—

"কৰ্তা, আমাৰ টকাটো····।"

চাকৰ ৰখালে যে দৰমহা দিব লাগে কৰ্মব্যস্ত কন্দুৰাই পাহৰি গৈছিল। আব্দুলৰ কথা কেইটা কাণত পৰা মাত্ৰকে বুকুখন চিৰিং কৰি উঠিল। মহা বিপদত পৰা মানুহৰ দৰে মুহূৰ্ত্ততে বিবৰ্ণ পৰি গ'ল। মনে মনে বন্দৱস্ত মতে তাৰ পাওনা কিমান হ'ল হিচাব কৰিলে।

বুকুখন ঢপঢপাই উঠিল। কিন্তু তাক উত্তৰ দিলে—

"অ, তোকতো টকা কেইটা দিব লাগিছিল। মই পাহৰিয়েই

আছোঁ, তয়ো মনত পেলাই দিয়া নাই। বাক পাটটো এইবাৰ ভালকৈ উঠা। পাট বেছিয়েই তোৰ পইচা কেইটা দি দিম।"

কন্দুৰা কামলৈ গুলাই গ'ল। আব্দুলেও মহাজনৰ কথা বিশ্বাস কৰিলে।

আজি কিছুদিনৰ পৰা আব্দুল কন্দুৰাৰ ঘৰতে ৰাতিও থাকে। আগেয়ে সন্ধ্যাৰ লগে লগেই ওচৰৰ গাৱঁত থকা ঘৰলৈ গুচি যায়।

তাত তাৰ লগ ধৰা বাপেক এটা আছিল। লগ ধৰা বাপেকৰ ফালৰ পৰা মাকৰ সাতোতা ল'ৰা-ছোৱালী হৈছিল। তাত খোৱা থকাৰ দুখ। মহাজনৰ ঘৰত তাক সকলো সুবিধা কৰি দিছিল।

মহাজনৰ ঘৰত প্ৰথম বছেৰেক মানলৈ আব্দুলক ঘৰৰ ভিতৰলৈ যাবলৈ দিয়া নাছিল। কিন্তু লাহে লাহে সি ঘৰৰ ল'ৰাৰ দৰেই হ'ল। কন্দুৰা আৰু ঘৈণীয়েকৰ কাৰণে সি আপোন হৈ পৰিল। এদিন আব্দুলৰ কাণত পৰাকৈ কন্দুৰাই ঘৈণীয়েকক লক্ষ্য কৰি ক'লে—

"হেৰা, আব্দুল আৰু আমাৰ পৰ হৈ থকা নাই। সিও আমাৰেই ল'ৰা। তাৰ দৰমহাৰ পইচাখিনি সৰহ হ'লেই, তাৰেই তালৈ মাটি-বাৰী দুডোখৰমান কিনি তাৰ বিয়াখন পাতি দিব লাগিব।···

মহাজনৰ সহানুভূতিসূচক কথাকেইটা শুনি আব্দুলৰ হৃদয় কৃতজ্ঞতাৰে ভৰি পৰিল। ইমান ডাঙৰ মানুহৰ কথা তাৰ দৰে সামান্য চাকৰ এটাই কেনেকৈ অবিশ্বাস কৰিব? এদিন তাৰো এডোখৰ মাটি হ'ব, এজনী তিৰোতা পাব, এখন নন্দন-বন্দন সুখৰ সংসাৰ হ'ব। লগধৰা বাপেকৰ অত্যাচাৰ আৰু সহিব নালাগিব।

আজৰি পালেই আব্দুলে ল'ৰা-ছোৱালীকেইটাৰ লগত ধেমালি কৰে।····কন্দুৰাৰ জীয়েক জয়মতীক তাৰ বৰ ভাল লাগে। জয়মতী লাহী, বগা, গুখ। নাকটো দীঘল, ওঁঠত সদায় এটা হাঁহিৰ ভাব। কাম-কাজ নেথাকিলে ওচৰত বহি তাই পঢ়ি থকা সি চাই থাকে।

ৰাতি কেতিয়াবা বাহিৰ ভিতৰ কৰিব লগা হ'লে চাকি-চুকা লৈয়েই দেখুৱাই দিয়ে। কেতিয়াবা গাঁৱৰ ভাওনা-সবাহলৈ গ'লেও আব্দুল লগত যায়। ৰাতি হ'লেও আব্দুলৰ লগতেই উভতি আহে। আব্দুল ঘৰৰ ল'ৰা, সন্দেহ কৰিব লগা একো নাই।

দৰমহাৰ কথা আব্দুলে আৰু একো কোৱা নাই। কন্দুৰায়ো তাৰ ঘৰ-সংসাৰ পাতি দিবৰ বাবে ব্যগ্ৰতা প্ৰকাশ নকৰিলে। কিন্তু তাৰ পাওনা যে দিনে দিনে বাঢ়িব লাগিছে সেই কথা কন্দুৰাই পাহৰা নাছিল। কন্দুৰাৰ ঘৰত আব্দুলৰ ছুবছৰ হৈ গ'ল।

এদিন সন্ধ্যাৰ পিছত কন্দুৰা ক'ৰবাৰ পৰা ঘৰলৈ উভতি আহিছিল। ঘৰ এটাৰ পিছফালে হঠাৎ ছাঁৰ দৰে ছুটা মানুহ চকুত পৰিল। কোন ঠিককৈ যেন ধৰিব নোৱাৰিলে। কিবা এটা সন্দেহৰ-ভাৱত মনটো গধুৰ হৈ পৰিল।

"কোন, কোন বুলি ঘৰটোৰ পিছফালে গ'ল। কিন্তু কাকো নেদেখিলে। কন্দুৰাৰ গাটো চমচমাই গ'ল। মনত খেলাই গ'ল সেই ছুটা আব্দুল আৰু জয়মতী নেকি? কিন্তু সঠিক হ'ব নোৱাৰি আব্দুলক বিচাৰি "আব্দুল, আব্দুল" বুলি চিঞৰিবলৈ ধৰিলে। লগে লগে উত্তৰ আহিল—কৰ্তা, আমি. গৰু ঘৰে...." আব্দুলে গৰু বান্ধি আছে।

ভিতৰলৈ আহি জয়মতীৰ খবৰ ল'লে। জয়মতী কিতাপ এখন আগত লৈ টেবুলৰ কাষত বহি আছে। কন্দুৰা অনিশ্চিন্ত হৈ পৰিল। কিন্তু অন্তৰৰ সন্দেহ দূৰ নহ'ল।

অন্তৰৰ অশান্তি দমাব নোৱাৰি ঘৈণীয়েকক একাষে মাতি নি ফুচফুচাই ক'লে—

"হেৰা জয়মতীৰ ওপৰত চকু ৰাখিবা। ঘৰত এটা বাহিৰৰ ডেকা ল'ৰাও আছে। বিপদ হ'বলৈ বেছি পৰ নালাগে। তাইক আব্দুলৰ লগত বেছিকৈ কথা-বতৰা হ'বলৈ সুবিধা নিদিবা। আজি সিহঁত ছুটাক এইমাত্ৰ মই গোহালিৰ ওচৰত দেখা যেন কৰিলো।...

কথাকেইটা শুনি ঘৈণীয়েকে ভাল নেপালে। "আপোনাৰো যে কথাবোৰ। ছাঁটোকে বাঘটো দেখিলে কিয়? সন্দেহ থাকিলে আঙ্গুলক খেদি দিয়ক। আপনিয়েই যদি সন্দেহ কৰে; গাঁৱৰ মানুহলৈ কি থাকিল?"....

"চোৱা, গাভৰু ছোৱালীৰ মন। তাকেই বা খেদো কেনেকৈ? দুবছৰৰ দৰমহাৰ এটা পইচাও দিব পৰা নাই। ভাগ্যে বিচৰা নাই বুলিছে। খেদি দিলেই বিপদ। গাঁৱৰ মানুহ হে যি, কাৰ মুখত সোপা দিবা? সি নহ'লে হালখনকেনো বায় কোনে?"

"সেই বুলি নিজৰ জীয়েকজনীক এইদৰে সন্দেহ কৰিব লাগেনে?"

"হেৰা, গাভৰু ছোৱালীৰ মন, কোন সময়ত কি কৰে একো ঠিক নাই।"

"থওক, থওক.... ।"

"সেইদৰে ন'কৰা। আমাৰ নিজৰ সংসাৰখন কেনেকৈ আৰম্ভ হৈছিল সেই কথাটোকে মনত পেলোৱাচোন।..."

স্বামী-স্ত্ৰীৰ মাজত মতানৈক্য ঘটা একো অস্বাভাৱিক নহয়। কন্দুৰাৰ গিৰীয়েক ঘৈণীয়েকৰ মাজতো মতানৈক্য ঘটিল। কিন্তু সন্দেহৰ ওপৰত কাকো শাস্তি দিয়া উচিত নহ'ব বুলিয়েই দুয়ো সিদ্ধান্ত কৰিলে। কথাটো কন্দুৰা আৰু ঘৈণীয়েকৰ বাহিৰে পৃথিৱীৰ আন কোনেও একোকে নাজানিলে। জয়মতী বা আঙ্গুলৰ কাৰো মনত কোনো সন্দেহ উপস্থিত নহ'ল।....

নানা কামৰ মাজত কন্দুৰা ব্যস্ত হ'ল। ঘৰ-সংসাৰ চলোৱাৰ দায়িত্ব বহন কৰিলে ঘৈণীয়েকে আৰু আঙ্গুলে। কোনো অপায় অমঙ্গল নোহোৱাকৈ দিনবোৰ পাৰ হৈ গ'ল।..

* * * *

এদিন প্ৰায় মাজৰাতি কন্দুৰা ঘৰলৈ উভতিল। গোটেই গাওঁখন নিজম, চাৰিওফালে ঘোপমৰা এন্ধাৰ। সকলোৱেই টোপনিত লালকাল।

আগফালৰ দুৱাৰ মুখত থিয় দি দুৱাৰখন মেলি দিবৰ কাৰণে "আব্দুল, আব্দুল" বুলি চিঞৰিবলৈ ধৰিলে। আব্দুল মুখৰ খোটালীটোত শোৱে। কিন্তু ভিতৰৰ পৰা কোনো মাতবোল নাপাই কন্দুৰাৰ খং উঠিল। দুৱাৰখন ঠেলি দিলে। দুৱাৰখন লগে লগেই দুফাল হৈ মেল খাই গ'ল। দুৱাৰখন শলখা লগাই বন্ধ কৰি থোৱা নেদেখি কন্দুৰাৰ খং উঠিল। খং কৰি এন্ধাৰ খোটালীটোৰ মাজত থিয় দি আকৌ "আব্দুল, আব্দুল" কৰি চিঞৰিবলৈ ধৰিলে। ৰাতিৰ অন্ধকাৰত কন্দুৰাৰ চিঞৰটো নিজম পৰি গ'ল। কিন্তু কোনো প্ৰত্যুত্তৰ কন্দুৰাৰ কাণত নপৰিলহি।....এবাৰ ভাবিলে হয়তোবা আব্দুল বাহিৰলৈ গৈছে। মাকৰ ঘৰলৈকো হয়তো যাব পাৰে। কিবা এটা আশঙ্কাত এবাৰ বুকুখনো কঁপি উঠিল। এন্ধাৰে এন্ধাৰে খোটালীটোৰ পৰা বাহিৰ হৈ আহি নিজৰ শোৱনি খোটালীটোৰ বন্ধ দুৱাৰখনৰ আগত থিয় হৈ ঘৈণীয়েকক মাতিবলৈ ধৰিলে।....ঘৈণীয়েকে সাৰ নোপোৱা দেখি কন্দুৰাৰ খং বাঢ়ি উঠিল। আৰু এবাৰ চিঞৰি মাত দিওঁতেই দুৱাৰখন মেলি হাতত চাকি এটা লৈ ঘৈণীয়েক ওলাই আহিল।

"ইমান টোপনি নে?"

"ৰাতি জানো কম হৈছে?"

"আব্দুল নাই দেখোন, গ'ল ক'লৈ?"

"কিয়, তাত নাই জানো?"

"থকা গম নাপালো। চাওঁ, চাকিটো আনাচোন।"

দুয়ো মুখৰ খোটালীটোলৈ সোমাই গ'ল। খোটালীটো উদং, আব্দুল নাই। তাৰ কানি-কাপোৰবোৰো নাই।....দুয়োৰো চকু থিৰ হৈ পৰিল। কিবা এটা অঘটন ঘটিছে বুলি দুয়োৰো মনত সন্দেহ উপস্থিত হ'ল।

"ভিতৰলৈ বলাছোন, জয়মতী আছেনে নাই, চাওঁগৈ.... ।"

দুয়োৰে হাত-ভৰিবোৰ যেন কঁপিবলৈ ধৰিলে। বেগাবেগিকৈ

ছুয়ো জয়মতীৰ খোটালীটোলৈ আহিল। কিন্তু খোটালীটোত ভৰি দিয়েই মূৰে কপালে হাত দি কন্দুৰা মাটিত বহি পৰিল।....বিছনাত জয়মতী নাই। লগত শোৱা সৰু ভায়েকটো অকলেই টোপনিত লালকাল দি পৰি আছে। পিছফালৰ দুৱাৰখন মেল খোৱা। এটা পুৰণি সন্দেহ বাস্তৱত পৰিণত হ'ল। খন্তেকলৈ ছুয়ো যেন নিৰ্জীৱ হৈ পৰিল।

এইদৰে কিমান পৰ গ'ল নুবুজিলে। কন্দুৰাও যেন ইয়াৰ ভিতৰতেই বাস্তৱলৈ ঘূৰি আহিল। সিহঁত ছুয়োটা যে স্ব-ইচ্ছাই পলাই গৈছে সেই বিষয়ে অকণো সন্দেহ নৰ'ল। কিন্তু গাৱঁত কথাটো কাৰ আগত ক'ব, কাকেই বা বিশ্বাস কৰিব? নাক-কাণ কটা যোৱা, দুৰ্ভাগ্যজনক এটা ঘটনা।

কিছুপৰ নিতাল মাৰি বহি থকাৰ পিছত হঠাৎ এবাৰ কন্দুৰা থিয় হ'ল। চুক এটাত থিয় কৰি থোৱা চিপ্ৰাংখন হাতত তুলি ল'লে। ঘৈণীয়েকে একো নুবুজিলে। চাকিটো হাতত লৈ থিয় দি ৰ'ল। খোটালীটোৰ বেৰ এখনৰ ওচৰত কন্দুৰা বহিলহি। এবাৰ যেন কিবা এটা ভাবিলে। তাৰ পিছত বেৰৰ তলেদি চিপ্ৰাংখন মাৰি মাটি একুৱাৰলৈ খৰিলে। ঘৈণীয়েকে একো নুবুজিলে। কন্দুৰাক বাৰণ কৰাৰ উদ্দেশ্যে ক'লে—"কি কৰিছে, ভেটিটো খান্দিছে কিয়?"

"ৰবাচোন, তুমি একো বুজা নাই।"

কন্দুৰা বিৰত নহ'ল। চিপ্ৰাঙেৰে বাহিৰৰ পিৰালিটো খহাই ডাঙৰ সিন্ধি এটা খান্দিলে। ভিতৰত গোট খোৱা মাটিবোৰ সিন্ধিয়েদি বাহিৰলৈ পেলাই দিলে। ছুটামান মানুহ ওলাব সোমাব পৰা ডাঙৰ বাট কৰি কন্দুৰা আঁতৰি আহিল।

ঘৈণীয়েকে একো নুবুজিলে। কন্দুৰাই ঘৈণীয়েকৰ মনৰ ভাব বুজিলে।

"চোৱা, নাক-কাণ কটা গ'লেই। তোমাৰ ছোৱালীয়ে বংশৰ

কলংক সানি আব্দুলৰ লগত পলাই গ'ল সেই কথা বাতিপুৰালৈই সকলোৱেই গম পাব। সেই কাৰণেই সিন্ধি খান্দি ঘৰৰ ভিতৰত চোৰ সোমাই ছোৱালীৰ মুখত সোপা দি বলেৰে ছোৱালী ধৰি নিছে বুলি পুলিচক খবৰ দিয়াৰ বাহিৰে নাক ৰক্ষা কৰাৰ আন উপায় আৰু নাই....।"

পোহৰ আৰম্ভ হোৱাৰ লগে লগেই ওচৰচুবুৰীয়া মনধনক মাতি আনি কন্দুৱাই ঘটনাটোৰ কথা জনাই সিন্ধিটো দেখুৱালে। এক দুই কৰি গাৱঁৰ মানুহ থ'প খালেহি। সকলোৱেই নিজৰ নিজৰ মতামত প্ৰকাশ কৰিলে। সৰহভাগেই "এইটো আব্দুলৰেই কাম" বুলি মন্তব্য কৰিলে। "তাৰ লগত আৰু মানুহ আছে" বুলি কোৱা মানুহৰো অভাৱ নহ'ল। ঘটনাটো দেখি বহুতে আতঙ্কিত হৈছিল। অন্তৰৰ ভাব গোপন কৰি ৰখাব নোৱাৰা দুই-এজনে ক'লে, "এইদৰে হ'লে দেখোন এই গাৱঁত থাকিবই নোৱাৰা হ'ল। মাটি-বাৰী বেচি অইন ঠাইলৈহে যোৱাৰ কথা...।"

"পিছে যাব ক'লৈ? যাবলৈকো জানো উপায় আছে? ইয়াতেই থাকিব লাগিব। এইবোৰ আমাৰ দোষতেই হৈছে। পৰক দোষ দিলে কি হ'ব?" আনকেইজনমানে প্ৰতিবাদ কৰি নিজৰ মত প্ৰকাশ কৰিলে। "এইবোৰ কথা চোবাই থাকি লাভ নাই। থানাত খবৰ দিব লাগে। পুলিচ আহি কি কৰে কৰক।" হায়, হায়, ছিঃ ছিঃ কৰি মানুহ আঁতৰিবলৈ ধৰিলে। কন্দুৱাৰ উন্নত শিৰ নত হৈ পৰিল।

বাতিপুৱাৰ ভিতৰতে কন্দুৱা থানাত উপস্থিত হ'লহি। বৰ দাৰোগাই গোটেই ঘটনাটো শুনি তলত দিয়া মৰ্মে এখন এজাহাৰ লিখি ল'লে।

"মোৰ নাম........ঘৰ..... বয়স। যোৱা নিশা কোনোবা দুৰ্বৃত্তই মোৰ থকা ঘৰৰ পিছফালে সিন্ধি খান্দি ঘৰৰ ভিতৰ সোমাই মোৰ নাবালিকা কন্যা জয়মতীক মুখত সোপা দি পিছফালৰ দুৱাৰ মেলি

বলেৰে ঘৰৰ পৰা বাহিৰ কৰি লৈ যায়। দুৰ্ঘটনাতে ঘৰৰ কোনো বস্তু বাহানি চুৰ কৰি নিয়া নাই। আজি বাতিপুৱা সিদ্ধি দেখি আৰু পিছফালৰ দুৱাৰ মেল খাই থকা দেখি ঘটনাৰ কথা বুজিব পাৰো। মোৰ ঘৰত থকা চাকৰ আব্দুলো ঘৰত নাই। এই কামত আন আন মানুহৰ লগত সি লিপ্ত আছে বুলি আমাৰ সন্দেহ হৈছে। বিচাৰৰ কাৰণে এই এজাহাৰ দিলো।”

মৰাৰ নিচিনা হৈ কন্দুৰা ঘৰলৈ উভতিল। অনুশোচনাৰ গ্লানিত গোটেই অন্তৰখন পুৰিবলৈ ধৰিলে। কিন্তু বাহ্যিকতা ৰক্ষাৰ কাৰণেই বাধ্য হৈ কন্দুৰাই মিছাৰ আশ্ৰয় ল'ব লগা হ'ল। বুকুত বান্ধি ডাঙৰ কৰিছিল জয়মতীক। কিন্তু, কিন্তু সেই জয়মতীয়ে যৌৱনৰ উন্মাদনাত পৰি বংশ, ধৰ্ম, সমাজ সকলো পদাঘাত কৰি চাকৰ আব্দুলৰ লগত পলাই গ'ল। কি অকৃতজ্ঞ। কন্দুৰাই আৰু যেন ভাবিব নোৱাৰিলে। চকুৰেদি পানী ব'বলৈ ধৰিলে। তাইক উদ্ধাৰ কৰিয়েই বা লাভ কি হ'ব? তাই সমাজৰ কলংক, বংশৰ কলংক। কন্দুৰাই অনুভৱ কৰিলে সমাজৰ আগত কন্দুৰা সৰু হৈ গ'ল।

তদন্ত কৰিবলৈ পুলিচ উপস্থিত হ'লহি। পুলিচে সিদ্ধিটো পৰীক্ষা কৰিলে। কন্দুৰা আৰু ধৈনীয়েকক নানা প্ৰশ্ন কৰি উঠি ক'লে—

“ছোৱালী ক'ত আছে আপুনি খবৰ কৰক। আমাৰ পক্ষে ছোৱালী বিচাৰি ফুৰা সম্ভৱ নহয়। খবৰ পালেই আমিও ওলামহি। আপুনি অকলে ক'ত বিচাৰি ফুৰিব। মানুহ লগাওক, ধন খৰছ কৰক।”

দাৰোগা উভতি গ'ল। গাৱঁত জয়মতী-আব্দুলক কেন্দ্ৰ কৰি নানা আলোচনা হ'ল। কন্দুৰাৰ পক্ষে নিমাত হৈ থকাৰ বাহিৰে আন উপায় নাছিল।

এদিন পমুৱা পাৰৰ মানুহ এটা ওলালহি। কন্দুৰাক আঁতৰলৈ মাতি নি ক'লে, “কন্দুৰাবাবু, আপুনি ধন খৰছ কৰিব পাৰিবনে?”

"ধন খৰছ ? কিয় ?"

"ধন খৰছ কৰিলেই ছোৱালী ওলাব। সিহঁত তুয়োটা ওচৰৰে গাওঁ এখনৰ এঘৰ মানুহৰ লগত আছে। দিনত ছোৱালীজনীক মৰাতলিত থয় আৰু ৰাতি ঘৰলৈ নিয়ে। কথাটো বহুতেই জানে। পুলিচৰ ভয়ত ধৰাই দিয়া নাই। ধন খৰছ কৰিলে ধৰাই দিয়া মানুহ ওলাব।"

ধন কন্দুৰাৰ নাছিল। কিন্তু এটা প্ৰতিশোধৰ ভাৱত কন্দুৰা দিনে-ৰাতিয়ে জ্বলি আছিল। মানুহটোৰ কথাকেইটা কন্দুৰাই বিশ্বাস কৰিলে। এটা সামান্য চাকৰৰ এনে উদণ্ডালি আত্ম-সন্মান থকা কোন মানুহে সহ্য কৰিব ? ধন খৰছ কৰিবলৈ কন্দুৰাই স্থিৰ কৰিলে।

পিছ দিনাই ইদ্রিছ আলিক এপূৰা মাটি বন্ধক দিলে। কন্দুৰাৰ বিপদ দেখি এইবাৰ দখল-বন্ধক ল'বলৈকে ইদ্রিছো মান্তি হ'ল।

দুই হাতে ধন খৰছ কৰিলে। চাৰিওফালে মানুহ লগালে। কিন্তু ছোৱালীৰ কোনো খবৰ কাণত নপৰিলহি। কন্দুৰা হতাশ হ'ল। ধনো গ'ল, সন্মানো নৰ'ল, ছোৱালীও নোলাল।

এদিন গধূলি পৰত কন্দুৰাক বিচাৰি এটা পমুৱা মানুহ ওলালহি। অচিনাকি মানুহ। মানুহটোক দেখি কিবা খবৰ আনিছে বুলি আশান্বিত হৈ কন্দুৰা আগবাঢ়ি আহিল। মানুহটোৱেও অযথা কোনো ভূমিকাৰ অৱতাৰণা নকৰি কন্দুৰাক দেখিয়েই ক'লে—

"বাবু, ছোৱালীৰ কাৰণে আপুনি বহুত টকা খৰছ কৰিছে। পিছে কোনো লাভ হোৱা নাই। লাভ হোৱাৰ আশাও নাই। কাৰণ আপোনাৰ ছোৱালী এতিয়া এই জিলাতেই নাই। তাইৰ নিকাহ হৈ গৈছে। ক'লৈ গ'ল কোনেও নাজানে। জানিলেও নকয়। মোৰ ছোৱালী এজনীও এইদৰে দুবছৰ আগতে নোহোৱা হ'ল। কত টকা খৰছ কৰিলো, তথাপি ছোৱালী আৰু নাপালো। আপোনাৰ দুখ বুজিয়েই মই খবৰটো দিবলৈ আহিলো। মোৰ

কোনো স্বাৰ্থ নাই, বাবু, আপুনি বিশ্বাস কৰক।"

মানুহটোৱে কিবা কিবি আৰু বহুত কথা কৈছিল। কিন্তু সেইবোৰ কন্দুৰাৰ কাণত নোসোমাল। কন্দুৰাৰ জীয়েক জয়মতীৰ আব্দুলৰ লগত নিকাহ হৈ গ'ল। অভাৱনীয় এটা সংবাদ। চিৰকালৰ কাৰণেই সমাজৰ পৰা জয়মতী আঁতৰি গ'ল। কন্দুৰাই আৰু ভাবিব নোৱাৰিলে। মানুহটোক বিদায় দি কন্দুৰা ভিতৰ সোমালহি।

জয়মতীৰ ব্যৱহাৰৰ কথা আকৌ মনত পৰিল। আব্দুলৰ লগত তাইৰ নিকাহ হৈ গ'ল। এই সংবাদ পাবলৈকে যেন কন্দুৰা জীয়াই আছিল। উস্, কিমান স্বাৰ্থপৰ, কিমান নিষ্ঠুৰ, কিমান অকৃতজ্ঞ। মাক-বাপেক, ককাই-ভাই, সমাজ, ধৰ্ম্ম, নীতি-নিয়ম, বিশ্বাস, আন্তৰিকতা সকলো তাই পাহৰি গ'ল। হয়তোবা তাই নিজেই আজি নিঃসহায়। খন্তেকৰ ভুলৰ কাৰণেই হয়তো গোটেই জীৱন তাই জ্বলি-পুৰি মৰিব লাগিব। উভতি আহিবৰ কাৰণে হয়তো তাইৰ আজি আৰু কোনো উপায়েই নাই।

সমাজৰ বৰমূৰীয়া কন্দুৰাৰ গোটেই জীৱনটোৱেই যেন ব্যৰ্থ হৈ গ'ল। কন্দুৰাৰ বন্ধুৰ অভাৱ নাই। হাটে-বাটে, ঘৰে, বাহিৰে, পামে-পথাৰে সকলোতে বন্ধু। কিন্তু আচলতে যে কন্দুৰাৰ কোনো বন্ধুৱেই নাই সেই সত্য এইবাৰেই প্ৰথম জীৱনত কন্দুৰাই উপলব্ধি কৰিলে। কোনোৱেই এই বিপদত সহযোগ কৰিবলৈ আগবাঢ়ি নাহিল। সমাজত যেন সহযোগ কৰাৰ ভাৱ, আন্তৰিকতা, সহৃদয়তা, একত্ববোধ এইবোৰ একোৱেই নাছিল। দুই-একে এটা তামাচা হ'ল বুলি কন্দুৰাৰ এই বিপদত আনন্দও উপভোগ কৰিলে। চাৰিওফালে যেন স্বাৰ্থপৰতা, কাপুৰুষতা, হৃদয়হীনতা। চাৰিওফালে সমাজত যেন ভাঙনৰ লক্ষণ। প্ৰত্যেকেই যেন বাহ্যিকতা আৰু মৌখিকতাৰ আবৰণেৰেই নিজকে ঢাকি ৰখাইছিল। প্ৰত্যেকেই উদাসীন, প্ৰাণহীন, আত্মকেন্দ্ৰিক। প্ৰত্যেকেই নিজক লৈয়েই

ব্যস্ত। সমাজৰ কাৰণে যেন কোনোৱেই নাই। নিজৰ ঘৰতেই যেন প্ৰত্যেকেই আজি প্ৰবাসী হ'বলৈ গৈছে।

এই মহা বিপদ সাগৰৰ মাজত পৰি কন্দুৰাই আজি নিজকে বুজিবলৈ আৰম্ভ কৰিলে। সমাজৰ কথা আচলতে কোনো দিনেই কন্দুৰাই ভবা নাছিল। ইমান দিন সমাজ সেৱাৰ নামত সমাজক প্ৰৱঞ্চনা কৰি কন্দুৰাই নিজৰেই সেৱা কৰিছিল। লক্ষ্য নিজৰ স্বাৰ্থ সিদ্ধি, সমাজ এই পথত উপলক্ষ্য মাত্ৰ। আচলতে কোনো দিনেই সমাজৰ কথা কন্দুৰাই ভৱা নাছিল।

এটা নৈৰাশ্যৰ ভাবত কন্দুৰা নিৰ্জীৱ হৈ পৰিছিল। এইখন গাৱঁত থাকি কি হ'ব? মাটি-বাৰী বুলিবলৈ এপূৰাহে আছেগৈ। পিতাকলৈ মনত পৰিল। অতীতৰ করুণ এটা স্মৃতি। পিতাকৰ সতৰ্ক বাণী আজি যেন নিৰ্দয় বাস্তৱৰ ৰূপত দেখা দিলেহি।

ৰাতি চকুলৈ টোপনি নাহিল। অতীত ভৱিষ্যৎ নানা চিন্তা অন্তৰৰ মাজত ঢৌৰ দৰে উঠিল নামিল। গোটেই সমাজখনৰ প্ৰতি কিবা এটা বিৰক্তিৰ ভাবে অন্তৰত দেখা দিলেহি। এই গাওঁ-খন এৰি অইন ক'ববালৈ যোৱাৰ ভাব এটা সঘনে মনৰ মাজত উদয় হ'লহি। কিন্তু নিজকে প্ৰশ্ন কৰিলে ক'লৈ? এই গাওঁখনতেই যে কন্দুৰাৰ জন্ম হৈছিল, ইয়াতেই যে ডাঙৰ দীঘল হৈছে। ইমান মৰমৰ এই গাওঁখন এৰিয়েই বা যায় ক'লৈ? আজি সমাজৰ যি অৱস্থা এই গাওঁখন এৰি গ'লেই জানো সেই সমস্যাবোৰৰ সমাধান হ'ব? কন্দুৰা অনিশ্চিত হৈ পৰিল। কিন্তু অন্তৰৰ অশান্তি নকমিল। চাপৰিলেই মেঘ নেবায়। পলাই আঁতৰি গ'লেই সমস্যাও দূৰ নহয়।

দূৰ সম্পৰ্কীয় উপেনৰ কথা মনত পৰিল। আজি দহ বছৰ হ'ল সি থাকিব নোৱাৰি এই গাৱঁকেই এৰি থৈ গ'ল। ইয়াত থকা তাৰ মাটিবাৰীবোৰ কিনিলে পমুৱা গাৱঁৰ কেৰামত কেপাৰীয়ে। গাৱঁৰ কোনোৱেই উপেনৰ মাটি কিনিবৰ বাবে ধনৰ অভাৱত আগবাঢ়ি

নাহিল। উপেনৰ ভেটিত আজি কেৰামতৰ ঘৰ।

কন্দুৰাই নিজৰ কথা ভাবিলে। কন্দুৰাৰ মাটি-ভেটি কিনা মানুহ গাৱঁত নাই। পিতৃ পিতামহৰ দিনৰ ভেটিটো কোন সতেৰেনো কন্দুৰাই পমুৱাক বেচিব? দুপইচা হাতত নোহোৱাকৈ আন ঠাইলৈকে বা যায় কেনেকৈ? আজি কন্দুৰা ৰিক্ত হস্ত, হাতত পইচা নাই। অশান্তিয়ে আকৌ আগুৰি ধৰিলেহি। কোনো সিদ্ধান্তলৈ কন্দুৰা আহিব নোৱাৰিলে। জয়মতীক পাহৰি যাবলৈ চেষ্টা কৰিলে। কিন্তু নোৱাৰিলে। অপমানৰ গ্লানিত অন্তৰ ডেই পুৰি গৈছিল। চাৰিওফালে ··। ক'তো কাৰো মাত বোল নাই। ওচৰৰ বিছনাখনত ধৈৰ্ণীয়েক টোপনিত লালকাল দি পৰি আছিল। সকলো অশান্তিৰ পৰা মুক্ত হৈ যেন বিশ্ৰাম লৈছিল। কন্দুৰাই বিৰক্তি বোধ কৰিলে। কিন্তু ধীৰে ধীৰে চিন্তা শক্তি অচল হৈ আহিল। চাওঁতে চাওঁতেই চকু দুটা জাপ খাই গ'ল। দুৰ্ঘোৰ টোপনিত কন্দুৰাও অচেতন হৈ পৰিল।

---

# শেষ চিঠি

ইমান দিনৰ সকলো উদ্বেগৰ, সকলো সন্দেহৰ শেষ নিষ্পত্তি কৰিলেহি সেই চিঠিখনে। চিঠিখন প্ৰথম হাতত লৈয়ে ঠিকনা লিখা আখৰ কেইটা চিনি পাই ধৰ্মানন্দ বৰুৱাৰ বুকুখন চিৰিং কৰি উঠিল। হাতখন অলপ কঁপি গ'ল।

চিঠিখন অজিতৰ। অজিতৰ চিঠিৰ কাৰণে বৰুৱা মুঠেই প্ৰস্তুত নাছিল। হঠাৎ চিঠিখন পাই আচৰিত হ'ল। তৎক্ষণাৎ মনত পৰিল কত বাট চালে এই চিঠিখন পাবলৈ। পিয়ন ঘৰৰ আগেদি নাযায়হি মানে কতদিন আলিৰ কাষত বৈ অজিতৰ চিঠিলৈ অপেক্ষা কৰিলে।

তৎক্ষণাৎ আনন্দৰ ক্ষীণ ৰেখা এটাও মুহূৰ্ত্তলৈ মনৰ মাজত চিকমিকাই উঠিল। মুহূৰ্ত্তলৈহে, আকৌ তেতিয়াই নাইকিয়া হ'ল। বুকুখন ধপধপাই উঠিল। চিঠিখন তেতিয়াই খুলিবলৈ সাহ নহ'ল। লাহে লাহে বৈঠকখানাৰ ভিতৰলৈ আহি চকী এখনত বহিল। হাত-ভৰিবোৰ যেন কঁপিবলৈ এতিয়াও এৰা নাই। দীঘল হুমুনিয়া এটাৰ পিছত লেফাফাটো ফালি চিঠিখন লুটিয়াই বগৰাই চালে। তাৰ পিছত খামৰ পৰা বিতচকুযোৰ উলিয়াই পঢ়িবলৈ আৰম্ভ কৰিলে।

দীঘল চিঠি। পঢ়ি শেষ কৰোঁতে সময় লাগিল। এটা হুমুনিয়া পৰিল—বৰুৱা বহিয়েই ৰ'ল—নিৰ্বাক, নিচ্চল, নিস্তব্ধ। মুখৰ চেহেৰাটোৰ যেন অলপ পৰিবৰ্ত্তন হ'ল।

"দেউতা, ভাত হ'ল, আইদেউ বৈ আছে, গা ধোৱকহি।" চাকৰটো সোমাই আহিল। বৰুৱাই যেন চেতনাহে পালে। চকু

দুটা মোহাৰি কোনো উত্তৰ নিদি "এই চিঠিখন আয়েৰক দেগৈ" বুলি কৈ বৰুৱাই তাৰ ফাললৈ চিঠিখন দলি মাৰি দি ওচৰৰ মেজখনৰ ওপৰত ঠেং দুটা তুলি বেঁকা হৈ বহিবলৈ চেষ্টা কৰিলে।

* * * *

অজিত ধৰ্মানন্দ বৰুৱাৰ বৰ জোঁৱাই। তিনি বছৰৰ আগতে বৰ ধুমধামেৰে বিয়া পাতি অজস্ৰ আশীৰ্বাদৰ মাজত আদৰৰ ৰবজী অনিতাক চিৰজীৱনলৈ অজিতৰ হাতত গতাই দি বৰুৱা-বৰুৱানীয়ে জীৱনৰ এটা ডাঙৰ কাম সামাধা কৰিলে বুলি ভাবি নিশ্চিন্ত হৈছিল। কিন্তু বছেৰেক ঘূৰিবলৈ নৌ পাওঁতেই বৰুৱা-বৰুৱানীৰ সকলো আশীৰ্বাদ, সকলো আশা, সকলো অনুনয় বিনয় ব্যৰ্থ কৰি দি গ'লহি এটা কথাই—অজিত-অনিতাৰ মনৰ অমিলৰ নানা খবৰে। বৰুৱা-বৰুৱানীয়ে পালে অশেষ মনোকষ্ট।—এই অমিল ভাব আঁতৰাবলৈ বিচাৰিলে উপায়।

একান্ত অনিচ্ছা সত্বেও জীয়েকৰ মুখলৈ চাই বৰুৱাই প্ৰথমেই অজিতক নানা উপদেশ দি লিখিলে এখন চিঠি। কিন্তু অজিতৰ পৰা উত্তৰ পাওঁতে হ'ল বহুত পলম। যি লিখিলে সিও বৰুৱা-বৰুৱানীৰ মন যোগাই লিখা নহয়। জোঁৱায়েকৰ ওপৰত খং উঠিল। এনে জোঁৱাইৰ লগত সম্বন্ধ ৰাখিয়েই বা লাভ কি?

ছমাহ গ'ল। ইয়াৰ পিছৰে পৰা বৰুৱাই অজিতলৈ আৰু চিঠি দিয়া নাই। অজিতেও ইয়াৰ ভিতৰত শহুৰেক শাহুৱেকলৈ কোনো চিঠি দিয়াৰ প্ৰয়োজন নেদেখিলে। ইয়াৰ মাজতে এদিন বৰুৱাই হঠাৎ অজিতৰ পৰা পালে এখন কাৰ্ড। অজিতে অনিতাৰ নিৰ্বিঘ্নে ল'ৰা এটি জন্ম হোৱাৰ খবৰ লিখি পঠাইছিল। আনন্দৰ খবৰ। বৰুৱা-বৰুৱানীৰ মনৰ ভাৱৰ যেন পাতলিল। জী-জোঁৱাইৰ মনৰ অমিল আৰু থাকিব নোৱাৰে। কিন্তু এনে আনন্দৰ খবৰ জোঁৱাইয়ে দিলে এখন কাৰ্ডতহে।

'জী-জোঁৱাইৰ কথা; ধৰিবনো থাকে কেনেকৈ? পোন্ধৰ দিনৰ

পিছত নাতিৰ মুখ চাবলৈ বৰুৱা ওলাল। ষ্টেছনলৈ মাতি অজিতলৈ টেলিগ্ৰাম কৰিলে। কিন্তু বৰুৱা যেতিয়া ষ্টেছন পায়গৈ, তাত অজিতৰ পৰিবৰ্ত্তে পালে অজিতৰ চাকৰ এটাক। সি খবৰ দিলে যে, কিবা এৰিব নোৱাৰা কামত টেলিগ্ৰাম পোৱাৰ পিছতেই অজিত বায়েকৰ ঘৰলৈ যাব লগা হ'ল। কেতিয়া উভতিব পাৰে একো ঠিক নাই। কিন্তু বৰুৱাই বুজিলে তেওঁক এৰিবলৈকে অজিতে এনে কৰিছে।...

অজিতৰ ঘৰত মাক-বাপেক বা আন কোনো অভিভাৱক নাই। ঘৰত অজিতে নিজে, দুটা সৰু ভায়েক আৰু সৰু ভনীয়েক। ধৰ্মানন্দ বৰুৱা বিয়াৰ আগতে অজিতৰ দেউতাক জীয়াই থাকোঁতেই এবাৰ মাত্ৰ আহিছিল। তাৰ পিছত আহিবলৈ আৰু সুবিধা পোৱা নাছিল। ঘৰখনত ভৰি দিয়েই বুজিলে ঘৰখন উৰুঙা। প্ৰথমে ঘৰৰ কাকো চিনি নাপালে। অনিতা ওলাই আহিল; লগতে এজনী ধুনীয়া সৰু ছোৱালীও। বৰুৱাই চিনিব নোৱাৰিলে। সেই অকণমানি ধুনীয়া মুখৰ ছোৱালীটি কাৰ? বৰুৱাৰ চকু পৰিল অনিতাৰ মুখখনত। মুখখন শেতা। দেখিলেই যেন বুজিব পাৰি অনিতাৰ শৰীৰ দুৰ্বল। নিজৰ অলক্ষিতেই যেন বৰুৱাৰ অন্তৰত খেলাই গ'ল—এই ছোৱালীজনীৰ তুলনাত অনিতা কিমান আপচু। অনিতাৰ ৰং বেয়া, নাকটো গঢ়িত নহয়, মুখখন চেপেলা, চকু দুটা সৰু। কিন্তু এই ভাব খন্তেকলৈহে। মুহূৰ্ত্ততে আকৌ বাৎসল্য স্নেহে বৰুৱাৰ এই সূক্ষ্ম দৃষ্টিশক্তি যেন নষ্ট কৰি দিলেহি। অনিতানো কি বেয়া? বৰুৱাই অলপ পিছতেই গম পালে, সেই ধুনীয়া ছোৱালীজনী অজিতৰ ভনীয়েক ৰমা।

অজিতলৈ অপেক্ষা কৰিয়েই হওক বা জীয়েকৰ মৰমতেই হওক বৰুৱা তিনদিন ৰ'ল। কিন্তু ইয়াৰ ভিতৰত অজিত আৰু ঘূৰি নাহিল। বৰুৱা উভতি গ'ল।

এই তিন দিনৰ ভিতৰত অনিতাৰ মুখৰ পৰা বৰুৱাই বহুত

কথাৰে সন্দেহ পালে। অনিতাই জনালে অনিতাৰ প্ৰথম অপৰাধ— অনিতা দেখিবলৈ আপচু। অজিতৰ খং উঠিলেই অনিতাক মাতিছিল "কেঁচী" বুলি। অলপ কথাতেই অজিতে দেউতাকক পাৰিছিল গালি— "দেউতাই মোলৈ আৰু ছোৱালী নাপালে। টকাৰ লোভত পৰি মোৰ টেটুত লগাই দিলে এই যখিনীজনী।"

অনিতাই আৰু বেছি ক'ব নোৱাৰা হয়। শোকে খুন্দা মাৰি ধৰেছি, বকয়াই মনে মনে গুমি থাকে। জীয়েকক প্ৰবোধ দিবলৈ যেন কথাকে বিচাৰি নাপায়।

* * * *

বিয়াৰ অলপদিনৰ পিছতেই অজিতৰ দেউতাক ঢুকায়। ইয়াৰ বহুত দিনৰ আগতেই মাকে এই সংসাৰৰ পৰা বিদায় লৈছিল। বিয়া কৰাই যে অজিত সুখী হোৱা নাছিল, এই কথা বিয়াৰ কিছুদিনৰ পিছতেই দেউতাকে বুজিব পাৰিছিল। অসুখী পুত্ৰৰ কাৰণে মৰণৰ আগলৈকে অন্তৰত অশেষ কষ্ট পাইছিল যদিও, ইয়াৰ প্ৰতিকাৰ কৰিবৰ জোখাৰে কোনো উপায়ে বিচাৰি পোৱা নাছিল। ভাগ্যবাদী অজিতেও সকলো অদৃষ্টত লিখা আছে, বুলি ভাবি লৈ পাৰ্য্যমানে দেউতাকক মনোকষ্ট নিদিবলৈকে চেষ্টা কৰিছিল। কিন্তু অজিতৰ মনৰ অশান্তি, অসন্তোষ অজিতৰ অলক্ষিতেই সঘনে তাৰ কথাই-বতৰাই, ভাবে-ভঙ্গীয়ে প্ৰকাশ পাই দেউতাকৰ চকুত নপৰাকৈ নাছিল।

বিয়াৰ পিছত প্ৰথম ৰাতি প্ৰাণসমা প্ৰিয়তমা ভাৰ্য্যাক অকলে অকলে পাই অজিতে যেতিয়া অতি আগ্ৰহেৰে মুখৰ ওৰণিখন গুচাই প্ৰিয়তমাৰ মুখখন জীৱনত প্ৰথম দেখিলে, অজিতৰ অন্তৰৰ সকলো উত্তম, উৎসাহ, আনন্দ যেন নিমিষতে মাৰ গ'ল। অজিতৰ যেন সপোনৰ অন্ত পৰিল। অজিতে জানে নামটো মাত্ৰ, শুনিছিল নামটোকেই কেৱল—'অনিতা', কি সুন্দৰ, কিমান মধুৰ! ভাৱে অনিতা চাগৈ কিমান ধুনীয়া, কিমান ভাল! অজিতে কল্পনা কৰে

এখন সুন্দৰ মুখ; ধুনীয়া এজুৰি চকু, লনি এটা দেহ। নিজৰ ভাৱতেই কেতিয়াবা অজিত হয় আত্মহাৰা—কিন্তু আজি? ··অজিত নতুন সংসাৰী। মনৰ নিৰুৎসাহ দলিয়াই পেলাবলৈ সৰহ শক্তিৰ প্ৰয়োজন নহ'ল; কিন্তু সেই ৰাতিয়েই অনেক অনুনয় বিনয় কৰি অনিতাৰ মুখৰ পৰা পোৱা প্ৰথম কথাকেইটা আৰু মাতটো অজিতে যিমান মধুৰ হ'ব বুলি ভাৱিছিল, সিমান মধুৰ নাপালে।

মাহেক পাৰ হৈ গ'ল। অজিতৰ যেন মোহ কমি আহিবলৈ ধৰিলে। অনিতাক যেন আৰু আগৰ নিচিনা ভাল নলগা হ'ল। অনিতাৰ ভিতৰত যেন নাৰী সুলভ কোমলতাৰ অভাৱ।···

অজিতৰ বিয়াৰ দুমাহৰ পিছতেই অজিতৰ বন্ধু জীৱনৰ বিয়া হৈ গ'ল। বিয়াৰ কেইদিন মানৰ পিছত এদিন জীৱনে অজিতক নিমন্ত্ৰণ জনালে, চাহ-জলপান খাবলৈ। সেইদিনা জীৱনৰ ঘৰলৈ গৈ ভিতৰত বহাৰ প্ৰায় লগে লগেই হাতত তামোলৰ বটা লৈ যি গৰাকী গাভৰু ওলাই আহিল, দেখি অজিতৰ চকু থিৰ হৈ গ'ল। কিন্তু তৎক্ষণাৎ লাজে আগুৰি ধৰিলেহি। চকু দুটা তললৈ নমাই অজিতে কেৱল ভাবিবলৈ ধৰিলে—ইমান ধুনীয়া! এনেকুৱা ধুনীয়া! অজিতে জীৱনৰ মুখলৈ চালে। দেখিলে অন্তৰভৰা সন্তোষৰ ভাৱ জীৱনৰ মুখেদি, চকুৱেদি যেন ফুটি উঠিছে। অজিতৰ তৎক্ষণাৎ মনত পৰিল অনিতালৈ। মনটো যেন কোঁচ খাই গ'ল। জীৱনৰ প্ৰতি অন্তৰত দেখা দিলেহি প্ৰৱল ঈৰ্ষাই। অজিতৰ মনত খেলাই গ'ল যেন অজিতক লাঞ্ছনা দিবলৈহে জীৱনে ইয়ালৈ মাতি আনিলে।

সেইদিনা জীৱনৰ লগত কথা পাতি অজিতৰ অলপো ভাল নালাগিল। জীৱনৰ অন্তৰ খোলা হাঁহিত, ৰং-ধেমালিত অজিতে অন্তৰৰ পৰা যোগ দিব নোৱাৰিলে। সোনকালে উভতিবৰ ইচ্ছা হ'ল। কিন্তু মনত পৰিল, ক'লৈ? ঘৰলৈ? অজিতৰ ঘৰলৈকো যে আকৰ্ষণ নাই!

ঘৰলৈ উভতি আহোঁতে অজিতে গোটেই বাটছোৱা অকণিৰ

কথাকেই ভাবি আহিছিল। কৈশোৰৰ সপোনৰ অকণি! অকণি কিমান ধুনীয়া। অকণিয়ে কিমান ভাল পায়। অকণিৰ তুলনাত অনিতাৰ স্থান ক'ত! আজি অকণিৰ কথা ভবাও যে অজিতৰ পাপ! অজিতে বুজিছিল অকণিক বিয়া নকৰাই অজিতে ভুল কৰিছিল।...ভাতৰ পাতত বহিলহি। অজিত উভতি আহোতে বহুত পলম হ'ল। ঘৰৰ বাকী সকলোৱে খাই বৈ উঠিল। টিমিক-টামাককৈ জ্বলি থকা চাকিটোৰ পোহৰতে ভাতৰ পাতত বহিলহি। ভাত ঢাকি থোৱা কাঁহিখন আঁতৰাই হাত দি গম পালে যে—ভাত চেৰ্চা হৈ গ'ল। হাত ধুবলৈ ওচৰত পানীবো কোনো ব্যৱস্থা নাই। কাৰোবাক মাত দিবলৈকো ওচৰত কোনোৱেই নাছিল। ভাত খাবলৈ অহাৰ আগতে দেখি আহিছিল, অনিতা শুই আছে। অজিতক অহা দেখিও অনিতা নাহিল। অজিতে চাৰিওফালে অনুভৱ কৰিলে অৱজ্ঞা, আওহেলা। বুজিলে স্নেহৰ অভাৱ। তৎক্ষণাৎ মাকলৈ মনত পৰিল। ভাবিলে মাক থকা হ'লে এনেকুৱা কি জানি নহ'লহেঁতেন। হুমুনিয়া ওলাল। বেজাৰত হিয়া যেন ভাঙ্গি গ'ল। খং উঠিল। ভাত আৰু খোৱা নহ'ল।—অজিত উঠি আহিল শোৱনি ঘৰলৈ। অনিতাক ৰান্ধনি ঘৰলৈ অহা দেখিলে। কিন্তু অদম্য ক্ৰোধ সংবৰণ কৰি একোকে নকৈ অজিত ভিতৰৰ ঘৰ পালেহি। অজিতক ইমান সোনকালেই ভাতৰ পাতৰ পৰা অহা দেখি অনিতা উভতি আহি সুধিলে "ভাত খোৱা হলেই নে?" অনিতাৰ এই প্ৰশ্ন অজিতৰ কাণত হৃদয়হীন, অন্তঃসাৰশূণ্য যেন লাগিল। অজিতৰ ৰুদ্ধ খং তেতিয়াই ফাটি গৈ প্ৰলয় সৃষ্টি কৰিব খুজিলে; কিন্তু গোটেই ঘৰখনৰে অশান্তি সৃষ্টি কৰিবলৈ ইচ্ছা নকৰিয়েই অতি কষ্টেৰে অজিত ধৈৰ্য্য ধৰি ৰ'ল। অনিতাৰ প্ৰশ্নৰ কোনো উত্তৰকে নিদিলে। অনিতায়ো অজিতক দ্বিতীয় প্ৰশ্ন কৰিবলৈ বোধ হয় আৰু সাহ নকৰিয়েই মনে মনে থাকিল।

সেই ৰাতি অজিতৰ চকুলৈ টোপনি আহোঁতে বহুত পৰ লাগিল।

আগ্ৰহেৰে যাচি দিয়া অকণিক বিয়া নকৰোৱাৰ কথা ঘনাই মনত পৰাত অজিতৰ বিমৰ্ষিত অন্তৰ গ্লানিৰে ভৰি উঠিল। টোপনি নোযোৱালৈকে অকণিৰ কথা ভাবিলে, নানা আকাশ-কুসুমৰ ছবি অন্তৰত আঁকি লৈ বেজাৰত দগ্ধ হ'বলৈ ধৰিলে। অজিতে ভাবিলে—সংসাৰ কৰি অজিত কোনো ফালৰ পৰাই লাভবান নহ'ল।

দেউতাক ঢুকাল। শহুৰেকলৈ খবৰ দিলে। কিন্তু শহুৰেক নাহিল। অনেক প্ৰবোধবাক্য দি এখন চিঠি লিখি অজিতক জনালে, তেওঁৰ শৰীৰৰ অসুখ। শহুৰেকৰ ঘৰৰ আন কোনোৱেই নাহিল। অজিতে যেন বুজিলে শহুৰেকৰ স্নেহ জীয়েকৰ যোগেদিহে। শ্ৰাদ্ধ সুকলমে হৈ গ'ল। কিন্তু শ্ৰাদ্ধৰ পিছতো এটা কথা মাজে মাজে মনত পৰি অজিতক কষ্ট দি থাকিবলৈ ধৰিলে। দেউতাক ঢুকাল। চিৰকাললৈ গ'ল। বেজাৰ কৰিও লাভ নাই। কিন্তু সেই দিনা দেউতাৰ শেষ ক্ৰিয়া সমাধান কৰি ৰাতি প্ৰায় এটা বজাৰ সময়ত যেতিয়া অজিত শ্মশানৰ পৰা ঘৰলৈ উভতি আহে, তেতিয়া অজিতক একাষাৰ মৰমৰ মাত দিবলৈ বা অজিতৰ আলপৈচান ধৰিবলৈ ঘৰত আপোন মানুহ যেন কোনোৱেই নাছিল। সেই দিনা ঘৰ সোমাই অজিতে অনিতাৰ কোনো সাৰি-শব্দকে নাপালে। অজিতৰ শোক-ভৰা অন্তৰত হঠাৎ যেন শোকৰ মাত্ৰা বাঢ়ি গ'ল।

দেউতাক ঢুকুৱাৰ পিছৰে পৰা অজিতেই ঘৰৰ সৰ্ব্বেসৰ্ব্বা। ভয় কৰিব লগা ঘৰত আৰু কোনো নাই। কিন্তু দিন যিমানেই আগুৱাবলৈ ধৰিলে, অজিতৰ কাৰণে সংসাৰত ভাব যেন সিমানেই দুৰ্ব্বল হৈ আহিবলৈ আৰম্ভ কৰিলে। অজিতে ঘৰৰ পৰা আঁতৰি থাকিবলৈহে বেছি ভাল পাইছিল। ৰাতি ঘৰলৈ উভতি অহা সময়ৰো কোনো ঠিক নোহোৱা হ'ল। অজিতৰ এনে পৰিবৰ্ত্তন অনিতাৰ চকুত নপৰাকৈ নাছিল, কিন্তু অনিতাই বুজিব নোৱাৰিলে ইয়াৰ মূল ক'ত। অনিতাই বিচাৰিলে প্ৰতিকাৰ; কিন্তু দেখা নাপালে।…দিন যাব লাগিছে।

ইয়াৰ ভিতৰতে অজিতে শহুৰেকৰ পৰা পালে উপদেশ পূৰ্ণ এখন চিঠি। অভিমান ভৰা অজিতৰ মন শহুৰেকৰ পক্ষপাতিতাত বিদ্রোহী হৈ উঠিল। উত্তৰো দিলে সেই দৰেই যদিও উত্তৰ দিওঁতে পলমেই হৈছিল। শহুৰেকে ইয়াৰ পিছৰে পৰা চিঠি দিয়া বন্ধ কৰি দিলে।···

অজিত ঘৰত নাছিল। দুদিনৰ আগতে গৈছিল কৰবালৈ। উভতি আহি শুনিলে অনিতাৰ ল'ৰা এটা হৈছে।··· অজিতৰ মন খবৰটো পোৱাৰ লগে লগেই ল'ৰা চাবলৈ ব্যগ্র হৈ উঠিল। প্ৰথম সন্তান! অজিত আজিৰ পৰা যে বাপেক হ'ল। বেগাই ভিতৰলৈ গ'ল। চকু অনিতাৰ ফালে নগ'ল। অনিতাক কেনে আছে বুলি প্রশ্নও নকৰিলে। মন, প্রাণ সকলো যেন সেই ল'ৰাটোত। মুখখন চকুত পৰিল। পুত্ৰস্নেহৰ প্ৰথম পৰশ অজিতে অন্তৰত অনুভৱ কৰিলে। অনিতাৰ মুখলৈ চালে। অনিতাৰ চকু দুটা যেন ভিতৰলৈ সোমাই গৈছে; মুখখন শেতা, চুলিবোৰ আউলী-বাউলী, শুকান। নিজৰ অলক্ষিতেই হুমুনিয়া এটা পৰিল।

অনিচ্ছাৰে হ'লেও কৰ্ত্তব্য জ্ঞান বোধ কৰিয়েই অজিতে ল'ৰা জন্ম হোৱা খবৰ শহুৰ-শাহুৱেকৰ ঘৰলৈ এখন কাৰ্ড লিখি পঠালে। টেলিগ্ৰাম দি খবৰ পঠাবৰ আৱশ্যক অজিতে অনুভৱ নকৰিলে।····

শহুৰেকে তেওঁ অহা খবৰ দি পঠোৱা টেলিগ্ৰামখন পায়েই অজিতে বায়েকৰ ঘৰলৈ যোৱা স্থিৰ কৰিলে। অজিতে ভাবিলে অজিতৰ মৰমত শহুৰেক অহা নাই। তেওঁ আহিছে জীয়েকৰ মৰমত, নাতিয়েকক চাবলৈ, জীয়েকৰ খবৰ লবলৈ। অজিত বায়েকৰ ঘৰলৈ গ'ল। কিন্তু অজিতে যোৱাৰ আগতে শহুৰেকৰ সুখ-সুবিধাৰ কাৰণে সম্ভৱপৰ সকলো ব্যৱস্থা কৰি গৈছিল। যি কাৰণতেই শহুৰেক নাহক তেওঁ অজিতৰ ঘৰত মান্য আলহী। অজিতৰ ওপৰত বৰুৱা বৰুৱানীৰে ভাৱ আগতকৈ বেছি বেয়া হৈ গ'ল। বৰুৱানীয়ে কয়, "ইমান অহংকাৰী! টকা দি নিকিনা

হ'লে কথাই আছিল।" ইয়াৰ মাজতে অনিতাৰ চিঠিৰ পৰা খবৰ পালে যে ভালেমান দিনৰ পৰা অনিতাৰ গা অসুখ। চিকিৎসাৰ কাৰণে ঘৰত কাৰো মন কাণ নাই। বৰুৱানীৰ খং চুলিৰ আগ পালেগৈ। পিছদিনাই বৰুৱা অনিতাক আনিবলৈ বুলি ৰেলত উঠিল। এইবাৰ অজিতলৈ কোনো খবৰকে নিদিলে।

হঠাৎ শহুৰেক এইদৰে অহাৰ কাৰণ অজিতে প্ৰথমে বিচাৰি নাপালে। কিন্তু কোনো ভূমিকা নিদিয়াকৈয়ে শহুৰেকে যেতিয়া অনিতাক নিবলৈ অহাৰ কথা ক'লে অজিত আচৰিত হ'ল। অজিতৰ পক্ষে হঠাৎ কোনো উত্তৰ দিয়াও সম্ভৱ হৈ নুঠিল।—বৰুৱাই জনালে "বহুত দিনৰে পৰা তাইৰ গা বেয়া, চিকিৎসাৰো ভাল দিহা হোৱা নাই! মই তাইক নিবলৈ আহিছোঁ। তাইক লৈ কাইলৈকে মই যামগৈ। তোমালোকৰ কাৰোবাৰ কিবা আপত্তি থাকিলেও মই নুশুনো।"

শহুৰেকৰ এনে কটু কথাৰ উত্তৰ তেতিয়াই দি অশান্তি বঢ়াবলৈ অজিতে ইচ্ছা নকৰিলে। অজিতে ভাবিলে লাহে-ধীৰে শহুৰেকক বুজাব অনিতাৰ চিকিৎসাৰ কোনো ত্ৰুটি ইয়াত হোৱা নাই।

কিন্তু পিছদিনা অজিতৰ অসন্মতিতেই বৰুৱাই অনিতাক লৈ আহিল। আহিবৰ পৰত মাত লগাবলৈ বুলি অজিতক বিচাৰিলে, কিন্তু নাপালে। অজিত সেই সময়ত ক'ৰবালৈ গৈছিল।

কেইদিনমানৰ পিছত বৰুৱাই অজিতলৈ এখন চিঠি লিখি জনালে যে অনিতাৰ গা এতিয়াও ভাল হৈ উঠা নাই। কিন্তু অজিতৰ পৰা কোনো উত্তৰেই নাহিল। অৱশ্যে অজিতৰ উত্তৰৰ কাৰণে কোনো ব্যগ্ৰ হৈ থকাও নাছিল।

কিন্তু যেতিয়া, এমাহ পাৰ হৈ গ'ল, অজিতৰ চিঠি আৰু নাহিল, তেতিয়াহে বৰুৱা-বৰুৱানীয়ে কিছু বিপদ যেন আশঙ্কা কৰিলে। বৰুৱাই অজিতলৈ আকৌ চিঠি দিলে। এইবাৰ অনিতাক নিবলৈ অজিতক মাতি পঠালে। কিন্তু অজিতৰ পৰা উত্তৰ এইবাৰো নাহিল।

··· প্ৰত্যেকদিনেই বৰুৱা-বৰুৱানীয়ে আশা কৰে অজিতলৈ চিঠিলৈ। কিন্তু অজিতৰ চিঠি আৰু নাহিল। বৰুৱাই মনৰ অশান্তিত আৰু দুখন চিঠি দিলে, কিন্তু লাভ একো নহ'ল। অজিতে উত্তৰ নিদিলে। এই দৰেই পাৰ হ'ল বছেৰেক। বহু আশাকৰি থকা অজিতৰ চিঠি আৰু নাহিল। বৰুৱা-বৰুৱানীৰ আত্মাভিমানত আঘাত কৰিলে। স্থিৰ কৰিলে, অনিতাক আৰু অজিতৰ ঘৰলৈ নপঠায়। অজিতক পাহৰি যাবলৈ সংকল্প কৰিলে।

* * *

কিন্তু আজি হঠাৎ অজিতৰ চিঠিখন পাই বৰুৱা অকল আচৰিতেই হোৱা নাছিল; তাত কি লিখা আছিল সেই বিষয়ে একো অনুমানকে কৰিব নোৱাৰি বৰুৱাই নানা বিভীষিকাৰ ছবি সন্মুখত দেখিবলৈ ধৰিলে। কিন্তু যেতিয়া চিঠি পঢ়িবলৈ আৰম্ভ কৰিলে, বৰুৱাৰ চকু থিৰ হৈ গ'ল। আজিতক যেন বৰুৱাই আজিহে প্ৰথম ভালকৈ চিনিলে। বৰুৱাই চিৰদিন অজিতক খুব সবল, খুব হোজা প্ৰকৃতিৰ বুলিয়েই ভাবি আহিছিল। কিন্তু অজিতৰ আজিৰ চিঠিয়ে বৰুৱাৰ এই ধাৰণা যেন দূৰ কৰিলে। অজিতে দ্বিতীয় বিয়াৰ দিন ধাৰ্য্য কৰি আবেগপূৰ্ণ ভাষাৰে বৰুৱা-বৰুৱানীক নিমন্ত্ৰণ জনাইছে। অনিতাৰ কাৰণেও দুখ-প্ৰকাশ কৰিবলৈ পাহৰা নাই। বৰুৱাক বিয়ালৈ যাওঁতে অজিতৰ ল'ৰাটো লগত লৈ যাবলৈকো অনুৰোধ জনাইছে। লগতে এইটোও জনাইছিল যে, যদি বৰুৱাই ল'ৰাটো থৈ নাযায়হি, অজিতৰ ভিনীহিয়েক নিজেই গৈ ল'ৰাটো লৈ আহিব। অজিতৰ পৰা এনে কঠোৰ শাস্তিৰ কাৰণে বৰুৱা কেতিয়াও প্ৰস্তুত নাছিল। বৰুৱাই জানে অজিত সবল, অজিত হোজা।

চিঠিখন পঢ়ি থাকোতেই বৰুৱাৰ গোটেই চিন্তাধাৰাত গোলমাল লাগি পৰিল। বৰুৱাই কোনো এটা কথাৰেই মীমাংসা কৰি উঠিব নোৱাৰিলে। একেলগেই অতীত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ অনেক কথাই জুমুৰি দি ধৰি বৰুৱাক বিহ্বল কৰি তুলিলে।

চাকৰটোৰ হাতত চিঠিখন ভিতৰলৈ পঠাই দি বৰুৱাই গোটেই সমস্যাটোৰ এটা নিৰাকৰণ কৰিবলৈ বুলি চকু মুদি বহি ৰ'ল।

কিন্তু বৰুৱাৰ উত্তপ্ত মস্তিস্ক ভেদি কোনো কথাই যেন মনৰ মাজত সোমাব নুখুজিছিল। মনৰ বেজাৰত, খঙত বৰুৱাই সকলো দোষ অজিতৰ গাত জাপি দিবলৈ যিমানেই চেষ্টা কৰিলে, সিমানেই যেন তেওঁ দেখিবলৈ পালে, অজিতেই যেন সকলোতকৈ কম দোষী। ধুনীয়া ডেকা, আপচু ঘৈণী। তথাপি যেন বেচেৰাই সকলো দোষ, সকলো বেজাৰ ঢাকি ফুৰিবলৈ চেষ্টা কৰিছিল। অপত্য স্নেহ যিমানেই অন্ধ নহওক, বৰুৱাই যেন বুজিলে অনিতা অজিতৰ উপযুক্ত নহয়। আত্মাভিমানত মত্ত হৈ সেইদিনা অজিতক অৱজ্ঞা কৰি বলেৰে অনিতাক লৈ আহিব নালাগিছিল। অজিতৰ মাক বাপেকৰ অনুপস্থিতিৰ সুবিধা এইদৰে লোৱাটো যেন উচিত নহ'ল।

হঠাৎ বৰুৱাৰ চিন্তাৰ সোঁত বন্ধ হৈ গ'ল। "পিছে এতিয়া কৰে কি? অজিত কুকুৰৰ পেটৰ কথা গম পালেই নহয়।" বৰুৱানী সোমাই আহিল। "মোৰ ছোৱালীৰেই কপাল। ধনীয়া জোঁৱাই ধন দি কিনিছিল নহয়!"

বৰুৱাৰ উত্তৰ দিবলৈ, মুখৰ পৰা কোনো কথাই নোলাল। বৰুৱাণীয়েই কৈ যাবলৈ ধৰিলে "হোম পুৰি বিয়া কৰোৱা তিৰোতা এইদৰে এৰেঁা বুলিয়েই এৰিব পাৰিবনে সি? আইন-আদালত নোহোৱা হ'ল নে?

বৰুৱাই মাত দিলে, "আইন-আদালতৰ কথা যে কৈছা, তোমাৰ নাকটো থবা ক'ত? তাকেই বা সকলো দোষ দিয়া কেনেকৈ? নিজৰ দোষো দেখিবাচোন?

"তাৰ ইমান অহঙ্কাৰ কিয়? মাতোতে সি নিবলৈ নাহিল কিয়?"

"এতিয়া এইবোৰ বলকি লাভ কি? কি কৰিব খুজিছা তাকে কোৱা।"

"কৰিবলৈ কিটো আছে। মোৰ ঘৰত কিবা খাবলৈ নোহোৱা

হৈছে নে? তাৰ ভৰিত ধৰিবগৈ কোনে এতিয়া।" বৰুৱাই বুজিলে বৰুৱানীৰ মন অসুস্থ। লাহেকৈ বহাৰ পৰা উঠি এখোজ দুখোজকৈ ভিতৰলৈ গ'ল।

ঘৰখনৰ সকলোৰেই মনে মনে আশা কৰিছিল অজিত এদিন নহয় এদিন অনিতাৰ কাৰণে নহলেও, পুতেকৰ কাৰণেই ওলাবহি। কিন্তু অজিতৰ আজিৰ চিঠিয়ে সকলো আশা, সকলো জল্পনা-কল্পনা দূৰ কৰি দিলেহি। অজিত আৰু নাহে, সম্বন্ধৰ ডোল অজিতে ছিঙি পেলালে।

অনিতাই চিঠিখন পঢ়িলে। কিন্তু চিঠিত লিখাৰ গুৰুত্বই যেন অনিতাৰ হিয়া ভেদি যাব নোৱাৰিলে। অনিতাই অজিতৰ বিয়াৰ কথা চিঠিত পঢ়িও, অজিতে পুতেকক পঠিয়াই দিবৰ কাৰণে কৰা প্ৰস্তাৱ চিঠিত দেখিও অনিতাই যেন উপলব্ধি কৰিব নোৱাৰিলে। অনিতাৰ সন্মুখত কিমান বিপদ। অনিতাৰ নিজৰ অলক্ষ্যে হুম্‌নিয়া এটাহে পৰিল; বুকু ভাঙ্গি কান্দোনৰ বোল তেতিয়াই উঠিল। কিন্তু মাকৰ খং দেখি, মাকে মুখত যিহকে আহিছিল তাকে কৈ যোৱা শুনিহে যেন অনিতাই বুজিলে—তাইৰ ভৱিষ্যৎ অন্ধকাৰ। হঠাৎ যেন কান্দন ওলাল। চকু ফাটি পানী বৰলৈ ধৰিলে। অনিতা বিচনাত পৰিলগৈ। অনিতাই ঠিক বুজিব নোৱাৰিলে, তাইৰ আচল বেজাৰৰ কাৰণ কোনটো।

* * *

আবেলিৰে পৰা অনিতা বিচনাতেই। সময় যিমানেই আগুৱাবলৈ ধৰিলে, অনিতাৰ অন্তৰত সকলো কথা সিমানেই যেন পৰিষ্কাৰ হৈ উঠিল। এটা এটাকৈ অনিতাৰ মনত দেখা দিলেহি, অজিতৰ লগত থকা দিন কেইটাই। অজিতৰ আওহেলা, অৱজ্ঞাৰ কথাই। কিন্তু এই সকলোবোৰ আওকাণ' কৰিও অনিতাই দিন কটাইছিল। অনিতাই বুজে অজিতৰ অনিতালৈ স্নেহ কণা এটাও নাই।…প্ৰথম কিছুদিনলৈ অনিতাই ভাবিছিল সংসাৰ কিমান সুখৰ।

অজিত কিমান আপোন। অজিত কিমান আদৰৰ কিন্তু লাহে লাহে যেন অনিতাই বুজিলে, সকলো ভুল। সংসাৰ ইমান সুখৰ নহয়।

অজিতৰ খং উঠিলেই অনিতাক মাতিছিল “ফেঁচী” বুলি। কিমান নিষ্ঠুৰ এই এষাৰ মাতেই। অজিতে নুবুজে অনিতাই এই মাতষাৰত কিমান দুখ পাই। ভগৱানে অনিতাক ৰূপ নিদিলে। ইয়াৰ বাবে যদি কোনোবা জগৰীয়া, তেন্তে একমাত্র ভগবান নিজে, অনিতা নহয়। অনিতাক শোকে খুন্দা মাৰি ধৰিলেহি; তাইৰ চিন্তাধাৰাত গোলমাল লাগি পৰিল।

অনিতাৰ চকুত টোপনি নাই। চাৰিওফালে ওচৰ-চুবুৰীয়া শুই নিঃপালি দিলে। অনিতাৰ মুখটো গৰম, চকু দুটাও পুৰি আছে। ওচৰতে ল’ৰাটো টোপনিত লালকাল। বিচনাত পৰি অনিতা ছট্‌ফটাই ৰ’ল। ৰাতিৰ নিস্তব্ধতাত অনিতাৰ দুখৰ গধুৰ বোজা যেন ক্রমাৎ দুর্ব্বহ হৈ আহিবলৈ ধৰিলে। অজিতৰ অৱজ্ঞা, অৱহেলা অনিতাৰ সহ্য হৈ গৈছিল। অনিতাই ভাবি লৈছিল মতা মানুহৰ ব্যৱহাৰ এনেকুৱাই। অনিতাৰ করুণ কাকুতি ভৰা এখন চিঠিৰো আজি বছৰেকেও অজিতে উত্তৰ নিদিলে। আজি চিঠিখন পঢ়ি থাকোতেও অনিতাই ভাবিছিল অজিতে খং কৰিহে এনেকৈ চিঠি লিখিছে। অনিতাক নিবলৈ অজিত আহিবই। কিন্তু এতিয়া যিমানেই ভাবিবলৈ ধৰিলে, অনিতাই যেন সিমানেই পৰিষ্কাৰ কৰি দেখিবলৈ পালে যে অজিতৰ ঘৰত তাৰ তাইৰ স্থান নাই। অজিতৰ যে বিয়া। অজিতে যে অনিতাক ঘৃণা কৰে। অজিতে যে নিজে বছা কোনোবা দীপলিপ সুন্দৰী কন্যাৰ লগত নতুন সংসাৰ পাতিব। সেই সুন্দৰীৰ লগত অনিতাৰ তুলনা ক’ত ?....

হে ঈশ্বৰ! অনিতাৰ উপায় ? অনিতাৰ সকুত থাকিব কোন ? অজিত যে আৰু নাই! ল’ৰাটো ? তাকো যে নিব; অনিতাৰ শেষ আশ্রয়। অনিতা, অনিতা সংসাৰত কাক লৈ থাকিবি ? তোৰ আশ্রয় ক’ত ?

চাকিৰ পোহৰত দেখিলে অকণমান মানুহটো শুই আছে। মাকৰ অন্তৰৰ প্ৰলয়ৰ কথাৰ সি বুজ নাপায়। টোপনিত লালকাল ল'ৰাটোক এবাৰ সাৱটি ধৰিলে। গালে-মুখে চুমা খালে। চকুৰ পানীৰে পুতেকৰ গাল-মুখ তিতি গ'ল। এইদৰেই কিছুপৰ কান্দি ৰ'ল।

ইমান নিষ্ঠুৰ! মাকৰ বুকুৰ পৰাও কেচুৱা লৈ যায়। এনে শাস্তিও অনিতাৰ কপালত লিখা আছিল। অনিতাই যেনিয়েই চালে, চাৰিওফালে দেখিলে কেৱল শূন্যময়; অজিত গ'ল, বুকুৰ কেচুৱাটোও যায়।

অনিতাই বুজিলে জীৱন-ভাৰ দুৰ্বহ। নিজকে সুধিলে, জীৱনৰ মূল্যই বা ক'ত?···আৰু নোৱাৰি; আৰু নোৱাৰি। এই ঘৃণিত, লাঞ্ছিত, নিষ্পেষিত জীৱন ধাৰণৰ সাৰ্থকতা ক'ত? চকুৰ আগতে বুকু ভাঙি লৈ যাবহি শেষ সম্বল বুকুৰ কেচুৱাটো। অনিতাই কেনেকৈ সহিব? সেই দৃশ্য চাই থাকিবলৈ অনিতাৰ ধৈৰ্য্য ক'ত!····

অনিতা থিয় হ'ল। অনিতা জীয়াই থকাৰ পৰা লাভ কি? জীয়াই থাকিলে যে দুখ, কষ্ট, দুৰ্বহ জীৱন-ভাৰ!· আকৌ এবাৰ ল'ৰাটো সাৱটি ধৰিলেহি। দুগালে দুটা চুমা খালে। মনত খেলাই গ'ল—কেনেকৈ মৰে? এনে সুন্দৰ, এনে মধুৰ বন্ধন ছিঙি কেনেকৈ মৰে? প্ৰাণৰ পুতলি বুকুৰ সন্তানটো এৰি কেনেকৈ মৰে?··· নোৱাৰি, নোৱাৰি, মৰিব নোৱাৰি। অনিতা আকৌ বহিল····অনিতাই যেন দেখিলে ৰাক্ষসৰ মূৰ্ত্তি ধৰি বুকুৰ কেচুৱাটো নিবলৈ আহিছে অজিত, লগতে ভিনীহিয়েক। অনিতাৰ শত সহস্ৰ মিনতি ব্যৰ্থ হ'ল। অনিতাৰ কৰুণ কাকূতিয়ে অজিতৰ পাষাণ হৃদয় যেন গলাব নোৱাৰিলে। অনিতাৰ বুকুৰ পৰা কাঢ়ি লৈ গ'ল অনিতাৰ শেষ সম্বল বুকুৰ পোনাটোকো। নাই, নাই, নাই আৰু সহিব নোৱাৰি। অনিতা আকৌ ঠিয় হ'ল। শুই থকা পুতেকৰ মুখখন শেষবাৰলৈ

ঢাবলৈ ইচ্ছা হ'ল, কিন্তু সকলো ইচ্ছা বলৰে ঠেলি দূৰ কৰি অনিতা বাহিৰলৈ ওলাই আহিল।

আত্মহত্যা! পাপ? মিছা কথা। পৰম শান্তিৰ একমাত্র উপায় নিজে মাতি অনা চিৰ বিশ্ৰাম! বাৰীৰ কাষৰ নাদটোৰ ওচৰলৈ গ'ল। অজিতৰ ঘৃণা, অৱজ্ঞা, অজিতৰ নিষ্ঠুৰতা, অজিতৰ নির্মম কঠোৰতাই অনিতাক কৰিলে পাগল। নাদৰ কাষত থিয় হ'লহি। সন্মুখত মৰণ। অনিতাৰ ভয় লাগিল। যদি কষ্ট হয়?....

"মা! মা!" অনিতাৰ কাণত পৰিলহি। অনিতাই নিজকে ফাকি দিবলৈ চেষ্টা কৰিলে। অনিতাই যে সকলো বন্ধন ছিঙি আহিছে। কিন্তু খন্তেকৰ পিছতেই আকৌ কাণত পৰিলহি—"মা, মা—আ-আ"....অনিতাই আৰু নোৱাৰিলে। মাতৃত্বৰ মধুৰ আহ্বানত মৰণৰ মাধুর্য্য নিমিষতে কমি গ'ল। অনিতা লৰি উভতি আহিল। শোকে-দুখে জর্জৰিত অনিতাৰ হিয়াৰ শেষ শোকাশ্রু উথলি উঠিল। মৃত্যুকামী অনিতাই ল'ৰাটো বকুত সাবটি ধৰি হুক হুক কৰে কান্দিবলৈ ধৰিলে। অন্তৰৰ সকলো দুখে, সকলো বেজাৰে একেলগে অকণমানি হিয়াখন ভাঙি চুৰমাৰ কৰি দিলেহি।

"অনিতা, অ অনিতা" দেউতাকে ভিতৰৰ পৰা মাত দিলে। কিন্তু দেউতাকক প্রত্যুত্তৰ দিবৰ যোখাৰে শক্তি অনিতাৰ আৰু নাই। বৰুৱাই যেন নিজৰ ভুল বুজিলে। অনিতাৰ অন্তৰত যে ইমান দুখ লুকাই আছিল, সেই কথা বৰুৱাই প্রথম গম পালে। অপত্য স্নেহান্ধ বৰুৱাই যেন আজি প্রথম বুজিলে অনিতাৰ কাৰণেই অজিতৰ প্রয়োজন। লগে লগেই বৰুৱাৰ অন্তৰৰ পৰা সকলো মান-অভিমান, আত্ম-গৌৰৱৰ অহঙ্কাৰ লাহে লাহে অন্তৰ্দ্ধান হ'ল।

* * * *

পিছদিনা পুৱা সময় নষ্ট হ'বলৈ নিদি বৰুৱাই সৰহ পইচা ভাঙি অজিতলৈ এখন "ৰিপ্লাই পেইড" টেলিগ্ৰাম কৰিলে। টেলিগ্ৰামখন

পঠাই দি অন্তৰৰ গধুৰ বোজাৰ ভাৰ কিছু পাতলা যেন অনুভৱ কৰিছিল যদিও, উত্তৰলৈ অপেক্ষা কৰি এবাৰ বাজ, এবাৰ ভিতৰ কৰি অশান্তিতেই গোটেই দিনটো কটালে। কিন্তু যেতিয়া দেখিলে যে, উত্তৰ পাবৰ সময় দিনটোৰ কাৰণে অতীত হৈ গ'ল, তেতিয়া অলপ লাঘৱ পৰা অশান্তি দ্বিগুণে দেখা দি গোটেই ঘৰখনৰ প্ৰত্যেককেই মৃতপ্ৰায় কৰি তুলিলে। পিছদিনা বৰুৱাই আৰু এখন টেলিগ্ৰাম কৰিবলৈ স্থিৰ কৰিলে। কিন্তু আগদিনাৰ টেলিগ্ৰামখনৰ উত্তৰ পোৱাৰ আশা মনৰ পৰা আঁতৰাব নোৱাৰি। পিছদিনাৰ গোটেই দিনটো উত্তৰলৈ অপেক্ষা কৰিয়েই ৰ'ল। কিন্তু অজিতৰ পৰা আৰু উত্তৰ নাহিল।

উপায় নাই। তিনি দিনৰ দিনা অনিতাক লগত লৈ বৰুৱা নিজেই অজিতৰ ঘৰলৈ আহিল। কিন্তু পিছদিনা ৰাতি যেতিয়া অজিতৰ ঘৰৰ পদূলি পালেহি, তেতিয়া ল'ৰা-ছোৱালীৰ হাই উৰুমিৰ মাজেদি ভিতৰৰ পৰা অহা জাত জাত বিয়া নামে গোটেই চুবুৰীটোক সজীৱ কৰি তুলিছিল। নাম শুনি বৰুৱাৰ বজিবলৈ বাকী নাথাকিল যে, তেওঁৰ সকলো অনুৰোধ উপেক্ষা কৰিয়েই অজিতে বিয়াখন পাতিলে।....ওচৰলৈ অহা চাকৰটোক সুধি বৰুৱাই গম পালে যে, সেইদিনা অজিতৰ নুৱত পানী দিয়া। লাজে, অপমানে অভিভূত হৈ নিৰ্জ্জীৱৰ দৰে বস্তু বাহানিবোৰ নমাই লৈ গাড়ীৰ ভিতৰৰ পৰা অনিতাক নমাবলৈ বুলি আহি বৰুৱাই দেখে যে, বহুত পৰৰে পৰা অজ্ঞান হৈ অনিতা গাড়ীৰ ভিতৰতে পৰি আছে।"

---

* ১০ম বছৰ, ১১শ সংখ্যা আৱাহনত প্ৰকাশিত। কাতি ১৮৬১ শক ; ইং ১৯৩৯ )

# এচটা ক'লা ডাৱৰ

সেইদিনা ফুৰিবলৈ ওলাই নগলোঁ। গোটেই দেহ মন জুৰি যেন বিৰা এটা ক্লান্তিৰ ভাৱ। বিছনাত পৰি বাগৰ মৰাৰ লোভ এটা হ'ল, কিন্তু ভিতৰলৈ সোমাবলৈ সাহ নকৰিলোঁ। আহাৰ মাহৰ গৰমত ঘৰৰ খোটালীত যেন একুৰা জুইহে জ্বলি আছিল।

ছবিৰ কিতাপ এখন হাতত লৈ আগফালৰ বাৰান্দাখনৰ চকী এখনত বহি কিতাপখনৰ পাত লুটিয়াবলৈ আৰম্ভ কৰিলোঁ। চাহ খাই থাকোঁতেই শ্ৰীমতীয়ে বিৰা অভাৱ অভিযোগ কিছুমানৰ ফৰ্দ্দ এখন দাঙি ধৰিছিলহি। কোনো উত্তৰ নিদি বাহিৰলৈ ওলাই অহা দেখিয়েই হ'বলা শ্ৰীমতীও লগে লগে বাহিৰলৈ ওলাই আহি আকৌ এবাৰ ফৰ্দ্দখন মুখস্থ গাই যাবলৈ ধৰিলে। মই বিৰক্তি বোধ কৰিলোঁ।

"তোমালোকৰো দেখিছো কোনো বিবেচনা নাই। সময় নাই, অসময় নাই, নিজৰ নিজৰ চিন্তা লৈহে ব্যস্ত। পৰৰ সুবিধা অসুবিধাৰ কথা ভাৱিবই নোৱাৰা, নহয় নে?"

মাতটো মই কোমল কৰিব নোৱাৰিলোঁ। কিন্তু মোৰ কথা-কেইটাই শ্ৰীমতীকো ক্ষান্ত কৰিব নোৱাৰিলে। "ইমান বিৰক্তি পালে সংসাৰ এৰি থৈ আঁতৰি গৈ সন্যাসী হোৱাই ভাল। ঘৰ এখন পাতি থাকিলে নানা অভাৱ অভিযোগ থাকিবই। সেইবোৰৰ কথা কওঁতেই যদি জগৰ হয় সংসাৰ কৰিবই নালাগিছিল।"

শ্ৰীমতী ভিতৰলৈ সোমাই গ'ল। কিন্তু তেওঁৰ কথাকেইটাই মোৰ গোটেই চিন্তা ধাৰাতেই যেন এটা গোলমালৰ সৃষ্টি কৰি দি গ'ল। লগে লগেই অনুভৱ কৰিলোঁ সংসাৰ কৰিও সংসাৰৰ দায়িত্ব

বহন কৰিবলৈ যেন আচলতে মই অপাৰগ আৰু সেই কাৰণেই অনিচ্ছুক। সাংসাৰিক নানা কথা লৈ দৈনন্দিন আমাৰ মাজত ঘটি থকা নানা অশান্তিজনক কথাবোৰ মনত পৰি মনটো বিষাদেৰে ভৰি পৰিল। মনে মনে মই লাজ পালোঁ। কিন্তু নিজৰ দুৰ্বলতা প্ৰকাশ কৰি শ্ৰীমতীক মাতি আনি এটা আপোচ-মীমাংসা কৰাৰ সংসাহো মোৰ নহ'ল। প্ৰতিদিন ঘটা এটা কাৰ্য্যক্ৰম যেন আজিও ঘটি গ'ল। নিজকে প্ৰবোধ দিবৰ কাৰণে ছবি চোৱাৰ ছলেৰে গোটেই অপ্ৰীতিকৰ অৱস্থাটো ঢাকি ৰাখিবলৈ চেষ্টা কৰিলোঁ। শ্ৰীমতীক আচলতে আজি মই খং কৰিব নোৱাৰিলোঁ।

ছবিৰ কিতাপখন মোৰ নহয়। ল'ৰাটোৰ, সি নিজে কিনিছে নে, নাই, কাৰোবাৰ পৰা খুজি আনিছে মই নাজানো। কিন্তু কিতাপখন হাতত তুলি লওঁতেই সুন্দৰ ছপা-বন্ধা দেখি ভিতৰলৈ যাবলৈ মন গ'ল।

পাত লুটিয়াবলৈ ধৰিলোঁ। বিধে বিধে তোলা নানা চিত্ৰ-বিচিত্ৰ ছবি চকুত পৰিল। গৰু-ছাগলী, হাতী-বাঘ, হাঁহ-পাৰ, বান্দৰ-ভেড়া, পুৰুষ-ৰমণী, ডেকা-গাভৰু একোৱেই যেন বাকী নাই। ছবিৰ এখন মেলা। চিনেমা-থিয়েটাৰৰ "এক্টৰ -এক্ট্ৰেচ্" সকলৰ জীৱন-কাহিনী, তেওঁলোকৰ প্ৰিয় সাজ-পাৰব, আমোদ-আহ্লাদৰ, খানা-পিনাৰ নানা বৰ্ণনা, নানা ছবি। মুহূৰ্ত্ততে এখন নতুন সমাজত যেন মই নিজকে হেৰুৱাই পেলালোঁ। সৌন্দৰ্য্য উপাসনাৰ পথত উৎকট, অভিনয় শিল্প কৌশল দেখি মোৰ প্ৰাচীন চকুহুটা মাজে মাজে জাপ খাই গৈছিল। কিন্তু বৰ্দ্ধিত বাৰ্দ্ধক্য সত্বেও কিবা এটা মাদকতাই যেন মোক টানি লৈ গ'ল।

ডাফলী তিৰোতা এজনীৰ ছবি এটা এবাৰ চকুত পৰিল। এই গৰাকী হেনো জগত বিখ্যাত "ষ্টাৰ"। চকুৱে ভুল নকৰিবৰ কাৰণেই বোধকৰোঁ, ডাঙৰ ডাঙৰ আখৰেৰে তেওঁৰ নামটো ছবিখনৰ তলত ছপা কৰি দিছে। প্ৰত্যেকটো আখৰেই যেন একোটা একোটা উজ্জ্বল

মুকুতা, দৰ্শকৰ মন-প্ৰাণ আকৰ্ষণ কৰি তিৰ্‌বিৰাব লাগিছে। এওঁ হেনো ডেকাহঁতৰ সপোনৰ লগৰী গাভৰুহঁতৰ নিত্য উপাস্য। সাধাৰণ দৃষ্টিৰে এওঁক উলঙ্গ বুলি ক'লে ভুল নহ'ব। কিন্তু আধুনিক সভ্যতাৰ মানদণ্ডেৰে জুখি চালে তেওঁৰ দেহত থকা বস্ত্ৰৰ পৰিমাণ আৰু হেনো কমিবহে লাগিছিল। হঠাৎ জাৰ-জহৰ কথা মনত পৰিল। লগে লগেই এটা ভাৱ মনলৈ আহিল। মই অনুভৱ কৰিলোঁ মানুহ গৰাকীৰ গাৰ ছালখন, বোধহয় গঁড়ৰ ছালৰ দৰে, জাৰ-জহে সহজে ভেদিব নোৱাৰা। কিন্তু মনটোৱে যেন তৃপ্তি নাপালে। আকৌ ভাবিলোঁ—মানুহ গৰাকীয়ে হয় সাধনাৰ বলেৰে লাজ-চৰম আয়ত্তাধীন কৰিছে, নহয়, মানুহৰ আকাৰত লাজ-চৰমৰ ভু-নোপোৱা প্ৰকৃতিৰ সৃষ্টি আন প্ৰাণীৰ দৰেই এটা।

তিৰোতাৰ ছবিয়েই সৰহ। প্ৰায়বোৰেই হয় অৰ্দ্ধনগ্ন, নহয় কোনোবা পৰ পুৰুষৰ লগত কৌতুক কৰি নাইবা কান্ধত আঁউজি বা হাতত ধৰি থিয় দি আছে। পৰ পুৰুষৰ সঙ্গ, কান্ধ বা হাতৰ অবিহনে যেন শিল্পকলা অপূৰ্ণাঙ্গ। নগ্নতাই হেনো আৰ্টৰ প্ৰাণকেন্দ্ৰ। হয়তো হ'ব পাৰে ; মই বুজি নাপাওঁ। সেই কাৰণেই হেনো বক্ষস্থল, নাইবা উৰুযুগল বিশেষকৈ অনাবৃত ৰাখিব পৰাটোৱেই হ'ল নিয়ম। নোৱাৰাসকলৰ কাৰণে মাজলৈকে পৃষ্ঠদেশ আৰু কঁকালটো অনাবৃত কৰি ৰাখিব পৰাটোও হেনো "আৰ্টৰ" পৰ্য্যায়ভুক্ত।

বয়সৰে বোধহয় দোষ, ছবি চাই আমনি লাগিল। কিতাপখন বন্ধ কৰি প্ৰকাশক কোম্পানীৰ নাম, কিতাপৰ দাম বিচাৰিবলৈ ধৰিলো। হঠাৎ এবাৰ এঠাইত পালোঁ—এই সংখ্যা হেনো কিবা বিশেষ সংখ্যা। সেই কাৰণেই কোম্পানীয়েও হেনো সৰ্ব্বসাধাৰণৰ পক্ষে সহজলভ্য কৰিবৰ বাবেই ছপা কৰিছে, এক লাখ কিতাপ। কোম্পানীৰ মহানুভৱতা আৰু সমাজ-সেৱাৰ বাস্তৱ নিদৰ্শন দেখিও কৃতজ্ঞতাত মোৰ হিয়াখন ভৰি উঠিল।

"দেউতা"

ল'ৰাটোৰ মাতটো কাণত পৰিলহি। কলেজৰ ছাত্ৰ, আধুনিক ভাৱাপন্ন। খৰখনৰ ভৱিষ্যৎ কণাৰ লাখুটি। তাৰ মাতটো শুনাৰ লগে লগেই কিয় নুবুজিলোঁ, কিবা এটা অপৰাধ কৰা যেন ভাৱি অশান্তি পাবলৈ ধৰিলোঁ। কিতাপখন তাৰ চকুৰ পৰা আঁতৰাবৰ চেষ্টা কৰিলোঁ। কিন্তু আঁতৰাবৰো উপায় নাই।

"কি হ'ল ?" মই প্ৰশ্ন কৰিলোঁ ···।

"ছবিৰ কিতাপখন দে।"

বুজিলো, কিতাপখন মই অনাৰ কথা সি গম পাইছিল। "নাই আনা" বুলি কবৰ ভাৱ এটা হ'ল। কিন্তু সিমান দূৰলৈ মই যাব নোৱাৰিলো। সমাজত চলি থকা পুৰণি ৰুচি জ্ঞানৰ কথা, শ্লীলতাৰ কথা মনত পৰিল। ল'ৰাটোৰ দৃষ্টিত আজি যেন মই সৰু হৈ পৰিলোঁ। কিন্তু উত্তৰ দিলোঁ।

"এইবোৰ কিতাপ কিনি পইচা নষ্ট কৰিছ কিয় ? আগলৈ নাচ-বাগ কৰিয়েই খাবিনে ? আচল কিতাপবোৰ পঢ়া শেষেই কৰিলি নেকি ?"

""কিতাপখন মোৰ নহয় দেউতা। বাইদেৱে লগৰ ছোৱালী এজনীৰ পৰা পঢ়িবলৈ খুজি আনিছে। ভিতৰত নো কি আছে মই দেখাই নাই।"

সংবাদটোৱে মোক অলপো আনন্দ নিদিলে। মেট্ৰিক পৰীক্ষা ফেল কৰি আজি দুবছৰ ছোৱালীজনী ঘৰত এনেয়ে আছে। বিয়াও দিব পৰা নাই। মাকে খেচ্‌খেচাই থাকে। মই মনে মনে শুনি বওঁ। তাইৰ বিয়া নোহোৱাৰ বাবে দায়ী আমি, তাই নহয়। ছোৱালীজনীকো মই দোষ দিব নোৱাৰিলো। মুহূৰ্ত্তলৈ মই যেন হতাশ হৈ পৰিলোঁ।

"এইবোৰ কিতাপ পঢ়ি সময় নষ্ট নকৰিবিহঁত। বাইদেৱেৰকো কবি পাৰিলে তাই প্ৰাইভেটকৈ পৰীক্ষা দি মেট্ৰিকটো পাছ কৰক।"

কিতাপখন লৈ ল'ৰাটো ভিতৰলৈ সোমাই গ'ল। নতুন এটা

চিন্তাই মোক অশান্তি দিবলৈ ধৰিলে। শ্ৰীমতীয়ে ছোৱালীজনীক ৰাতিপুৱা গধূলি দাঁত কৰচি বকি থকাই শুনো। মই নজনাকৈ কিবা কাৰণো হয়তো আছে। তিৰোতা মানুহৰ মন মতা মানুহে অনুমানহে কৰে, বুজে তিৰোতা মানুহেহে।

অলপ আগতে শ্ৰীমতীৰ লগত হোৱা কন্দলখনলৈ মনত পৰিল। এটা অনুশোচনাৰভাৱে দেখা দিলেহি। শ্ৰীমতীক মাতি আনিবৰ ভাৱ এটা হ'ল। কিন্তু আত্ম সন্মানৰ প্ৰশ্ন এটাও লগতে মনৰ মাজত উদয় হলহি। মই আৰু আগবাঢ়িব নোৱাৰিলো। চকু মুটা মুদি চকীখনত আঁউজি পৰি ৰলোঁ।

হঠাৎ এবাৰ ওচৰৰ দালান ঘৰটোৰ পৰা ৰেডিঅ'ৰ গান বাজি উঠা কাণত পৰিলহি। কোনোবা গায়কে সুদূৰ দিল্লী বা কলিকতাত গান গাইছে। দুমহলীয়া পকা দালানটো কলিকতাৰ কোনোবা এটা কোম্পানীৰ অফিচ ঘৰ।

ওপৰ তলাত থাকে ল'ৰা-তিৰোতা লৈ অফিচৰ মেনেজাৰ আৰু আন কোনোবা কোনোবা। সবিশেষ মই নাজানো। ঘৰটো আমাৰ মাটিৰ সীমাতে লগা। চাৰিওফালে ইটাৰ দেৱাল। ঘৰটোত থকা মানুহবোৰৰ লগত আমাৰ আহ-যাহ নাছিল। তেওঁলোকৰ চলন-ফুৰণ, হাৱ-ভাৱ দেখি মানুহবোৰ যে সুখী আছিল, সেই কথা বুজিছিলোঁ। বাবুৱনীক কেতিয়াবা চকামকাকৈ দেখা পাওঁ। শুৱনী এগৰাকী মহিলা। গাৰ বৰণ, শৰীৰৰ গঠন চকু ৰোৱা। সেই অনুৰূপেই পৰিধেয় বস্ত্ৰও। ল'ৰা-ছোৱালী বোধকৰোঁ দুটা। এটা ল'ৰা, এজনী ছোৱালী। সঠিক মই নহওঁ। হাঁহি-ধেমালি গান-বাজনা, ৰেডিঅ'-গ্ৰামোফন পৰিয়ালটোৰ বিশেষ সঙ্গী বুলিয়েই মোৰ ধাৰণা হৈছিল। মাজে মাজে বাবুৱনীয়ে নিজে মধুৰ কণ্ঠে গান গোৱা কাণত পৰে। বেহেৰা-বাবুৰ্চী, ৰন্ধা-বঢ়া, আদব-কায়দা সকলো আধুনিক। মুঠতে, এই সুখী পৰিয়ালটোৰ উপস্থিতিয়ে আমাৰ সৰু সংসাৰখনত বিষাদৰ ছাঁ নেপেলোৱাকৈ নাছিল।

লক্ষ্য কৰোঁ, কেতিয়াবা দালানটোৰ ওপৰলৈ চাই কিবা ভাবি শ্ৰীমতী যেন তন্ময় হৈ পৰে। কি চায়, কি ভাবে মই বুজিব নোৱাৰোঁ। কেতিয়াবা নিজৰ কপালকে দোষ দিয়ে।

"সেইবোৰো তিৰোতা, আমিও তিৰোতা। সেইবোৰ আছে ৰাজ-ৰাণীৰ সুখত আৰু আমি? সেই পুঁৱতি নিশাৰে পৰা মাজ ৰাতিলৈকে গেবাৰী খাতিও কাকো সুখ দিব পৰা নাই।"

এসময়ত কথা শুনি প্ৰতিবাদ কৰিলোঁ। কিন্তু কোনো লাভ নহ'ল।

লাহে লাহে পুৰণি কথাবোৰ মনত পৰিলহি। এদিন সন্ধ্যাৰ সময়ত মেনেজাৰৰ পৰিয়ালটো তেওঁলোকৰ মটৰ গাড়ীখনত উঠিলহি। শ্ৰীমতী আৰু মই আগফালে বহি কথা পাতি আছিলো। ডাঙৰ ছোৱালীজনী ওচৰত থিয় হ'লহি।

"এওঁলোক চিনেমালৈ যায় যেন পাইছো। খুব ভাল ছবি এখন আহিছে।

"সেইবোৰ মানুহৰ কথাই বেলেগ। আমি তেনে ভাগ্য সাধি অহা নাই নহয়।"

শ্ৰীমতীয়ে ছোৱালীজনীৰ কথাৰ উত্তৰ দিলে। কথা কেইটাই মোক কষ্ট দিলেহি। মনে মনে মই ৰ'ব নোৱাৰিলো।

"হেৰা, সকলোৱেই একোখন একোখন ভাগ্য লৈ আহিছে। লাখপতি হোৱাৰ চেষ্টা সকলোৱেই কৰে। পিছে হয় কেইটা? তেওঁলোকৰ ভাগ্যত এইদৰে সুখভোগ লিখা আছে। আমাৰ নাই। তেওঁৰ আয় হাজাৰ হাজাৰ। মই "হ'লো এটা কেৰাণী।"

"থওক, থওক, এইবোৰ কথা আজি কুৰি বছৰে শুনিলোঁ।" কিন্তু মই নিৰস্ত নহলোঁ।"

"এওঁলোকৰ লাহ-বিলাহ দেখি তুমি নিজকে নিঃকিন বুলি ধিক্কাৰ দিছা। কিন্তু এওঁলোকৰ আপোন বাকীবোৰৰ বা কি অৱস্থা তুমিও নাজানা, ময়ো নাজানো। পইচা পাইছে দুহাতে খৰছ

কৰিছে। পইচাও নাইকিয়া হ'ব, ঠাণ্ডাও হ'ব।"

"সেইবোৰ কথা আমাক কেলেই লাগিছে। কোনোবাক পা-পইচা দি সহায় কৰিবও পাৰে নকৰিবও পাৰে। নিজে সুখে-সন্তোষে থাকিব পাৰিলেই হ'ল।"

যুক্তি শুনি মোৰ খং উঠিছিল। কিন্তু খং প্ৰকাশ নকৰিলোঁ।

"চোৱাঁ, আচলতে তেওঁলোক আৰু আমাৰ মাজত কোনো পাৰ্থক্যই নাই। যি কণ পাৰ্থক্য সিও দেখাতহে। কাপোৰ তুমিও পিন্ধিছা, তেওঁলোকেও পিন্ধিছে। ভোক গুচাবলৈ তুমিও খাইছা, তেওঁলোকেও খাইছে। জ্বৰ বেমাৰ তোমাৰো হয়, তেওঁলোকৰো হয়। ল'ৰা-ছোৱালী তোমাৰো আছে, তেওঁলোকৰো আছে। ধন সবহ থকাৰ কাৰণেই তেওঁলোকৰ লাহ-বিলাহ বেছি। আমাৰ জানিবা লাহ-বিলাহ কৰিবৰ উপায় নাই। সেই কাৰণেই ইমান হতাশ হ'ব লাগেনে?"

"এইবোৰ কথা আৰু কিমান শুনায়? শুনি শুনি কাণ গেলিল।"

মই অধৈৰ্য্য হৈ উঠিলো।

"আমাৰনো লাহ-বিলাহ কৰি থাকিব পৰা অৱস্থাৰ মানুহ কেইঘৰহে....দুখীয়া হ'লেই অমানুহ হয় নেকি?"

"অমানুহ হয়তো! আপুনি নহয় বুলিলেই মই মানিম নে? অমানুহ নহ'লে সেইবাৰ ঘৰতে আহি নৰেনক চোৰ ধৰিবলৈ সাহ কৰিলেহেঁতেন।"

পুৰণি কথা এটা শ্ৰীমতীয়ে মনত পেলাই দিলেহি।

"তুমিনো তেওঁলোকৰ ঘৰলৈ গৈছিলা কিয়? কথাটো মনত পৰাত মনে মনে ময়ো কষ্ট পাইছিলো।

"যোৱা মানে কি? বোৱাৰী কেইজনীয়ে কেতিয়াবা অ'ত ত'ত পালে বৰ আপোন ভাৱ দেখুৱাই কথা বতৰা পাতে। কেবাদিনো মাতি আছিল। নোযোৱাৰ বাবে বেয়া পোৱা ভাৱো দেখুৱালে। নহ'লে যাবলৈ মোৰনো কি গৰজ পৰিছিল?"

"তেওঁলোক জানো কেতিয়াবা তোমাৰ ঘৰলৈ আহিছিল, তুমি যে গ'লা ?"

"দুই ঘৰে ভেম কৰি থাকিলে জানো অহা যোৱা হ'ব ? সেই দেখি ময়েই গ'লো। পিছে ভুল হ'ল।" শ্ৰীমতীক যেন কিবা এটা শোকে খুন্দামাৰি ধৰিলেহি।

"মনে মনে ৰ'লা কিয় ? কি হ'ল নোকোৱা কিয় ?" শ্ৰীমতীক উৎসাহিত কৰিবলৈ মই কথাকেইটা ক'লো।

"আচৰিত। সেইদিনা বোৱাৰী কেইজনীয়ে প্ৰথমতে চিনি নোপোৱাৰ ভাও ধৰিলে। মই চিনাকি দিয়াতহে যেন চিনি পালে। প্ৰথমে গৈয়ে বহিলো সমুখৰ খোটালীটোত। তাত ভাল ভাল চকী মেজ পৰা আছিল। তাৰ পৰা দেখোন তুলি লৈ গ'ল পিছফাললৈ। বহিবলৈ দিলেহি মুঢ়া এটা। বোৱাৰী কেইজনী কলৈ গ'ল চকুত আৰু নপৰিল। বুঢ়ীজনী ওলাই আহি তামোল এখন দিলে। দুটা এটা কথা পাতিয়েই বুঢ়ীজনীও দেখোন ভিতৰলৈ গৈ নাইকিয়া হ'ল। ভূতৰ দৰে অকলে বহি থাকি আমনি লাগিল। শেষত, "ভাল মই আহোঁহে" বুলি মাত দিয়াৰ লগে লগেই ভিতৰৰ পৰা কোনোবা এজনীয়ে "ভাল যাওক" বুলি উত্তৰ দিলে। ওলাই হ'লে কোনো নাহিল। লাজে অপমানে মৰাৰ নিচিনা হ'লো। ল'ৰা-ছোৱালী কেইটা ইফালে সিফালে গৈছিল হ'বলা, মই ক'ব নোৱাৰো। পিছদিনা দেখিলো নৰেন আহি সিহঁতে পুতলা কেইটামান আনিলে বুলি ঘৰতে চোৰ ধৰিলে। দুখীয়া হ'লো বুলি চোৰো হ'লোনে ?"

শ্ৰীমতী উত্তেজিত হৈ উঠিছিল। মই নিস্তব্ধ হৈ শুনি ৰ'লো।

"সেইদিনাৰ পৰা আমাৰ নমস্কাৰ, বোলো, ডাঙৰসকল ডাঙৰ হৈয়ে থাওঁক। গৰীব-দুখীয়াৰ লগত লেন-দেন কৰি চুৱা হ'ব নালাগে।"

মই যেন সপোন দেখিছিলো। হঠাৎ মনটো ঘূৰি আহিল বাস্তৱলৈ। কাৰোবাৰ মাত এটা কাণত পৰিলহি।

"দেউতা।"

"অ' কোন এইজনী, বকুলী নেকি?"

"হয় দেউতা। আজিও অধৰমী বিধতাই মাৰি নিব জনা নাই। দেউতা, গা-গৰ্ কিবা অসুখ নেকি? ফুৰিবলৈ দেখোন যোৱা নাই।"

"এনেয়েহে যোৱা নাই, গা ভালেই আছে। পিছে তই আহিলি ক'লৈ?"

"আপোনাসকলক চাই যাওঁ বুলিয়েই আহিলো, দেউতা।

তাই পইচা বিচাৰি আহিছে বুলি মোৰ বুকুখন ভয়ত যেন কঁপিবলৈ ধৰিলে। পইচা বিচাৰিলে নিদিও নোৱাৰিম, দিবৰো উপায় নাই। মই মেনা হৈ ৰ'লো।

"তেনেই অভাৱ, দেউতা। পাওঁ যদি পা-পইচা দুটা মানো কোনোবাই দিয়ে যদি খুজি মাগি আনোগৈ বুলিয়েই ওলাই আহিলোঁ।"

তাইৰ কথাকেইটা তল পেলাবলৈ প্ৰশ্ন কৰিলো।

"আইয়েৰক লগ পালিনে নাই?"

"ভিতৰলৈ যোৱাই নাই। ঘৰত ভালনে দেউতা?"

"ভালেই। পিছে, তোৰ ল'ৰা-ছোৱালী দুটা কি কৰিলি?"

লগে লগেই তাই উত্তৰ নিদিলে। হুমুনিয়াহ এটা পৰা যেন অনুভৱ কৰিলোঁ।

"সেইবোৰ বহুত কথা দেউতা। সাতে-পাঁচে ভাবিহে এইখিনি পালোহি। কি বুধি দিয়ে দিব।"

তাইৰ আপত্তি শুনিবৰ ধৈৰ্য্য নাছিল।

"এতিয়া ভিতৰলৈ যা। পিছে পৰেও তোৰ কথা শুনিম।"

"বকুলী ভিতৰলৈ সোমাই গ'ল। তাইৰ আগৰ শ্ৰী-চেহেৰা আৰু নাই। দেহটো যেন ভাগি গৈছিল। গাৰ কাপোৰ-কানিবোৰ অপৰিষ্কাৰ। মূৰৰ চুলিবোৰ তেলৰ অভাৱত আউলী বাউলী। কিন্তু তাইক দেখাৰ লগে লগেই তাইৰ অতীত জীৱনৰ মৰ্মঘাতী

কিছুমান ঘটনা যেন জীৱন্ত হৈয়ে চকুৰ আগত ভাঁহি উঠিলেহি। উস্, মানুহৰ জীৱনত এইদৰেও পৰিবৰ্ত্তন ঘটে। চকুৰ আগত ঘটি যোৱা ঘটনাবোৰো মোৰ সন্দেহবাদী মনে আজি কল্পনা বুলিয়েই সন্দেহ কৰিবলৈ বিচাৰিলে।

বেছি দিনৰ আগৰ ঘটনা নহয়। কিন্তু পৰৰ কথা কাৰণেই, বোধহয়, স্মৃতি পটৰ পৰা নিৰ্মম স্মৃতিবোৰ লাহে লাহে মচ খাই গৈছিল। আজি বকুলীক দেখাৰ লগে লগেই কথাবোৰ মনৰ মাজত সজাগ হৈ উঠিলহি।

চকুৰ আগত সেইদিনা আমাৰ পিছফালৰ চোতালখনত বকুলী আৰু কেশৰামৰ মাজত হোৱা দবৰা-দবৰিখন যেন আকৌ আজি মই দেখিবলৈ ধৰিলোঁ। মনত পৰিল ভিতৰত মই কাপোৰ সলাই আছিলোঁ। এবাৰ শ্ৰীমতীৰ চিঞৰ শুনি কিবা অঘটন হ'ল বুলি ভাবি মই উধাতু খাই পিছফাল পালোহি। কিন্তু চোতালখনৰ ওপৰত মাটিত পৰি বকুলী আৰু কেশৰামে দবৰা-দবৰি কৰি ইটোৱে সিটোক অকথ্য মাতেৰে গালি শপনি পাৰি চুলিয়া চুলি কৰি থকা দেখি মই বিচূৰ্ত্তি হ'লো। সিহঁতৰ সৰু ল'ৰা-ছোৱালী হালে মাক-বাপেকলৈ চাই নিঃসহায়ৰ দৰে ওচৰতে থিয় দি হিয়ালি-জিয়ালি হৈ কান্দি আছে। গোটেই দৃশ্যটো মোৰ কাৰণে ভয়াৱহই নাছিল, এটা হৃদয় বিদাৰক ঘটনা বুলিয়েই মই অনুভৱ কৰিলোঁ।

"কেশৰাম, মানুহজনী মাৰণে? উত্তেজনাত মই ৰ'ব নোৱাৰি চোতালৰ ফালে আগবাঢ়ি গ'লো। কিন্তু মই আচৰিত হ'লো মোৰ মাতটো কাণত পৰা মাত্ৰকে ঘৈণীয়েকক এৰি থৈ সিহঁতৰ ঘৰৰ ফালে সি ল'ৰি গ'ল। লগে লগেই ঘৈণীয়েক বকুলীয়েও মাটিৰ পৰা উঠি গাৰ কাপোৰ-কানিখিনি ভাল কৰি লৈ স্থুলকি পৰা খোপাটো বান্ধি মোৰ ওচৰত গোচৰ দিলেহি—

"দেউতা মোৰেই কপাল। আপোনা লোকো মতা-তিৰোতা, আমি দুটাও মতা-তিৰোতা। পিছে আমাৰ অৱস্থা আপুনি সদায়

দেখিয়েই আছে। তাৰ লগত মানুহ কেনেকৈ থাকিব ?”

তাই চকুপানী টুকিবলৈ ধৰিলে। সিহঁতৰ ব্যৱহাৰ দেখি মই বেয়া পাইছিলোঁ। উত্তৰ দিলোঁ—

“হৈছে এতিয়া ঘৰলৈ যাগৈ। তহঁত দুটাৰ কোনোবা এটা মৰিলেহে শান্তি হ’ব।”

“দেউতা তাক মই দোষ নিদিওঁ, মোৰেই কপাল। আই-বোপায়ে ঠিক কৰা মানুহটোলৈ নগৈ এই মদাহীটোৰ কথাত ভোল গৈ তাৰ লগত পলাই আহিলো। তাৰ লগত কি গাল ভাত খাইছোঁ দেখিবই লাগিছে। নিচা তাৰ এবিধো বাকী নাই। এই মূতনিবোৰ সদায় ক’ৰবাৰ পৰা খাই আহে। ঘৰখনত তিৰোতা এজনী আছে, ল’ৰা-ছোৱালী দুটা আছে, সিহঁতৰ যে ভোক-পিয়াহ আছে, সুখ-দুখ আছে, সি ক’বই নোৱাৰে।”

তাইৰ ভাগৰ লাগিছিল। উশাহটো চুটি হোৱাৰ কাৰণেই বোধকৰোঁ ফোপাবলৈ ধৰিলে।

“মই তহঁতৰ কোনো গোচৰ বিচাৰ কৰিব নোৱাৰোঁ। এতিয়া ঘৰলৈ যাগৈ। তহঁতৰ এইবোৰ দেখি দেখি আমাৰ ল’ৰা-ছোৱালী-বোৰো বেয়া হৈছে।”

মাক-বাপেকৰ কাজিয়া ভঙাৰ লগে লগেই ল’ৰা-ছোৱালী দুটাৰো কান্দোন বন্ধ হ’ল। মোৰ পৰা কোনো উৎসাহ নাপায়েই হ’বলা ল’ৰা-ছোৱালী দুটাৰ হাতত ধৰি তাই ঘৰলৈ আগবাঢ়ি গ’ল। কিন্তু হঠাৎ খোজ বন্ধ কৰি উভতি আহিল।

“দেউতা, মোক দোষ নিদিব। আজি ঘৰত খাবলৈ খুদকণ এটাও নাই—কিন্তু নিচা খাবলৈ তাৰ কোনো দিনেই পইচাৰ অভাৱ নহয়। মাটি বেচি বেচি শেষ কৰিলে। এতিয়া মাটি বুলিবলৈ আছেগৈ সেই ভেটি কণেই। তাকো সদায় বেচিবলৈ ওলায়। এইবোৰ কথা ক’লেই মোৰ জগৰ, দেউতা।”

তাইৰ মাতটো বন্ধ হৈ গ’ল। তাইক শোকে খুন্দা মাৰি

ধৰিলেহি। মই নিজেও কষ্ট পাবলৈ ধৰিলোঁ।

তাই চকু দুটা গাৰ কাপোৰখনৰ আঁচলেৰে মচি মচি ক'লে—"মোৰ কপালখন চাওক, ইমান এটা ঘটনাৰ পিছতো তাৰ লগতেই, সেই ঘৰতেই থাকিবগৈ লাগিব। নগ'লেও সি ৰক্ষা নিদিব।"

তাই আঁতৰি গ'ল। মই ভিতৰলৈ সোমাই আহিলোঁ। লগে লগেই সোমাই আহিল শ্ৰীমতী।

"বকুলীজনীৰ কথা ভাবিলেই বেয়া লাগে। তাইৰেই কপাল।"

"নহলেনো এইবোৰ হয়নে? তাইৰ কাৰণে ইমান বেজাৰ কৰিছা কিয়? তুমি দেখোন নিজৰ দুখৰ কথা ভাবিয়েই অন্ত নোপোৱা।"

"তাইৰ অৱস্থা মোৰ হৈছে বুলি জানো মই কেতিয়াবা কৈছিলোঁ?"

মই প্ৰতিবাদ নকৰিলোঁ। তাইৰ দুখত শ্ৰীমতীয়ে যে সঁচাকৈয়ে কষ্ট পাইছিল মোৰ বিশ্বাস হৈছিল।

"তাই দুপৰীয়াও আহিছিল। ঘৰত খুদ-কণ এটাও হেনো নাই। চাহ অলপ দিলোঁ, তাকে খাই গ'ল। কিবাকিবি অলপমানৰ সতে চাউল দুটামানকে পঠিয়াই দিওঁ বুলি ভাবিছোঁ।"

আচলতে শ্ৰীমতীৰ সহৃদয়তা দেখি মই আনন্দই পাইছিলোঁ। কিন্তু অন্তৰৰ ভাব মই প্ৰকাশ নকৰিলোঁ।

"তুমি দিব খুজিলে মই বাধা নিদিওঁ। কিন্তু এটা নিষ্কৰ্মা মানুহৰ এখন ঘৰ যে এইদৰে সদায় চলিব নোৱাৰে সেই কথাও মনত ৰাখিবা। আমিও লাখপতি নহওঁ।"

শ্ৰীমতী আঁতৰি গ'ল। মোৰ কথাকেইটা শুনি কোনো প্ৰতিবাদ নকৰিলো। পিছত গম পালো কেশৰামৰ ঘৰলৈ সেই সাঁজৰ বাবে চাউলপাত কিবাকিবি বস্তু দিহে শ্ৰীমতী ভাত বান্ধিবলৈ গৈছিল।

কথাবোৰ মনত পৰি কিবা এটা অশান্তিৰ ভাব অন্তৰত অনুভৱ কৰিবলৈ ধৰিলোঁ। কেশৰামহঁত চহৰখনৰ এঘৰ প্ৰাচীন মানুহ।

আমাৰ ঘৰ থকা মাটিখিনি এসময়ত সিহঁতৰেই আছিল। ভোলাই গায়নবৰা আৰু ভায়েক অনাদিৰ চহৰখন ডাঙৰ হৈ অহাৰ লগে লগেই আৰ্থিক অৱস্থা বেয়াৰ ফাললৈ গৈছিল। অনাদিৰ বিয়া-বাৰু ন'হল। গায়নবৰাৰ একেটা সন্তান কেশৰাম। সৰুতে তাক স্কুলত নাম লগাই দিছিল। আন আন ল'ৰাৰ দৰেই সিও স্কুললৈ অহাযোৱা কৰিছিল। কিন্তু বেছি দিন অহাযোৱা কৰাৰ ধৈৰ্য্য নহ'ল। কেশৰামে স্কুল এৰি দিলে। কাম হ'ল বন্ধু-বান্ধৱৰ লগত ফুৰাচকা কৰা, আড্ডা দিয়া। চাওঁতে চাওঁতে বাপেক দদায়েকেও সংসাৰ এৰি থৈ গ'ল। কেশৰামেই হ'ল ঘৰৰ সৰ্ব্বেসৰ্ব্বা।

আনৰ দৰে সিও আৰম্ভ কৰিলে সংসাৰ। কিন্তু তাৰ সংসাৰখন আৰম্ভ হ'ল অসাধাৰণভাৱে আইন-আদালতৰ সহায়েৰে। তেতিয়াও গায়নবৰা জীৱিত। মাকে কেইবছৰমানৰ আগতে সংসাৰ এৰি থৈ গৈছিল। গায়নবৰাৰ শৰীৰ অসুস্থ। মাটিবাৰী বেচি প্ৰায় শেষেই কৰিলে। চকুৰ আগত ঘৰখন টুটি অহা দেখিও ল'ৰাটোৰ ছোৱালী এজনী বিয়া কৰি অনাৰ আশা এৰি দিয়া নাছিল। কিন্তু ছোৱালী দিয়া মানুহ নালাল। সকলোৰে একেটা কথা, "ল'ৰা ধিতিঙা, কাম বনত মন নাই।" কিন্তু হঠাৎ এদিন গাভৰু ছোৱালী এজনী ঘৰত দেখি গায়নবৰা আচৰিত হ'ল। কিন্তু আচল ৰহস্যটো বুজিবলৈ সময় নালাগিল। গায়নবৰায়ো মোক বিচাৰৰ কাৰণে মতাই নিয়াই মোৰ আগতেই কেশৰামক খং কৰিলে—

"এই কামটো তই কিয় কৰিলি? বংশত কলঙ্ক কিয় আনিলি? ফাটেকলৈ যাবৰ মন গৈছে নেকি? জাত-কুলৰ খবৰ কৰিছিলি জানো?"

খন্তেকলৈ কেশৰামে দ্বিধা বোধ কৰিলে। কিন্তু লগে লগেই উত্তৰ দিলে—

"ছোৱালী নিজ খুছিতে আহিছে যেতিয়া ফাটেক কিয় হ'ব? জাতি-কুল ঠিক আছে।"

মই উভতি আহিলো। কিন্তু পিছ দিনা পুলিচ আহি দুয়োটাকে ধৰি লৈ গ'ল। মৰাৰ নিচিনা হৈ গায়নবৰা বিছানাতে পৰি ৰ'ল। দেহত নাই শক্তি, হাতত নাই ধন। অশান্ত মনক প্ৰবোধ দিলে··· যাৰ কপালত যি আছে।

বকুলীৰ পিতাকে গোচৰ দিছিল। বিচাৰকাৰী হাকিমৰ আদালতত বিচাৰ শুনিবলৈ অহা, ছোৱালী চাবলৈ অহা মানুহেৰে হঁচ খালে। হাকিমৰ আগত বকুলীয়ে কেশৰামৰ লগত নিজ ইচ্ছাই আহিছে বুলি জৱানবন্দী কৰিলে। লগতে মাক-বাপেকৰ লগত যাবলৈ আপত্তি আছে বুলিও হাকিমক জনালে। ছোৱালী সাবালক বুলি মত প্ৰকাশ কৰি হাকিমে বকুলী আৰু কেশৰামক মুক্তি দিলে। সংসাৰ আৰম্ভ কৰিবলৈকে স্বামী-স্ত্ৰী ৰূপে দুয়োটা ঘৰলৈ উভতিল। মাক-বাপেকৰ মুখ লাজে-অপমানে ক'লা পৰি গ'ল। কিন্তু অন্তৰত জ্বলি ৰ'ল প্ৰতিশোধৰ একুৰা জুই।

সংসাৰ পাতিয়েই সি আৰম্ভ কৰিলে দিন হাজিৰা। কেতিয়াবা কাম পায়, কেতিয়াবা নাপায়। পইচাৰ কষ্ট, খোৱাৰ কষ্ট। কিন্তু গধূলিৰ লগে লগেই সি আড্ডালৈ নগৈ নোৱাৰিছিল।

কেতিয়াবা ঘৰলৈ ওভতে সোনকালে, কেতিয়াবা মাজ ৰাতি ধলং-পলং কৰি। কেতিয়াবা পৰি থাকে খালত। ঘৰ পোৱাৰ লগে লগেই আৰম্ভ হয় কাজিয়া। স্বামী-স্ত্ৰীৰ গগন ফলা চিঞঁৰ-বাখৰ। অকথ্য ভাষাৰ গালি-গালাজ। একমাত্ৰ সন্তান কেশৰামৰ সংসাৰ আৰম্ভ হোৱাৰ অলপ পিছতেই গায়নবৰাই চকু মুদিলে। লগে লগেই কেশৰামক মাজে সময়ে বাধা দিয়া আপদটোও দূৰ হৈ কেশৰাম স্বাধীন হ'ল।

এদিন অসহ্য হৈ কেশৰামক মতাই আনি ধমক দিলোঁ।—

"তোৰ এইবোৰ কি স্বভাৱ। তইঁতৰ কাৰণেই ওচৰ চুবুৰীয়া থাকিব নোৱাৰা হ'ল। দেখিছোঁ তইঁতক পুলিচকহে দিব লগা হ'ল।"

কথা শুনি কিছু পৰলৈ সি তলকা মাৰি ৰ'ল। তাৰ পিছত উত্তৰ দিলে।—

"দেউতা খং নকৰিব, মই ইচ্ছা কৰি গোলমাল নকৰোঁ। গধূলি পৰ হলেই দেখোন কিবাকিবি কথাবোৰ মনলৈ আহি মোক পগলা কৰেহি। দেউতা, পিতাই, দেদায়েই মোক খাই থৈ গ'ল। মাটিবোৰ বেচি বেচি কানি খালে, ভাত খালে। ল'ৰাক পঢ়াবলৈ মন নহ'ল। যিবা ভেটিটো আছেগৈ তাৰেই বা কি হয়, কোনে জানে। মোক খং নকৰিব দেউতা। পিতাই, দেদাই নৰকীহঁতেই মোক খাই থৈ গ'ল।"

তাৰ কথা শুনি মোৰ প্ৰথমে খং উঠিছিল। কিন্তু তাৰ অন্তৰৰ বেদনা বুজিবলৈ চেষ্টা কৰাৰ লগে লগেই মোৰ উঠি অহা খংটো যেন নিমিষতে মাৰ গ'ল।

সৰ্বসাধাৰণ মানুহৰ গণ্ডীৰ পৰা সিহঁত আঁতৰি যোৱা যেন লাগিল। অলপ মতানৈক্য হলেই স্বামী-স্ত্ৰীৰ মাজত টেটুফলা চিঞঁৰ-বাখৰ মাৰকিল্ল। মনত পৰিল এদিন হাতত হেতা এখন লৈ আউলী-বাউলী অৱস্থাৰে তাই আমাৰ পিছ ফালৰ চোতালত থিয় দিলেহি। হাতত কাঠ খৰি এডাল লৈ ভাইৰ পিছে পিছে কেশৰাম চকুত পৰোঁতেই মই বাধা দিলোঁ।

এই তহঁতৰ কি হৈছে? এতিয়াই ইয়াৰ পৰা বাহিৰ হ।"

মোক দেখিয়েই কেশৰাম উভতি গ'ল। বকুলীয়ে দিলেহি গোচৰ।

"চাওকচোন দেউতা, আজি দুপৰতে মৃতনি কিছুমান খাই আহি পাকঘৰতে চুপতি কৰিছেগৈ। পিছে, মই আজি ভালকৈয়ে দিলোঁ। হাতত থকা তপত হেতাখনৰেই ভালকৈয়ে পিঠিতে এমাৰ সোধালোঁ। পিছে তাৰনো ক'ত লাজ হ'ব?"

তাইৰ কথা শুনি খন্তেকলৈ মই বিব্ৰত হৈ পৰিলোঁ। লোক দৃষ্টিত ইহঁতো স্বামী-স্ত্ৰী, ইহঁতৰো এখন সংসাৰ আছে। বাকীবোৰৰ দৰে ইহঁতৰো সুখ-দুখৰ, মান-অপমানৰ জ্ঞান আছে। এই কয় কি?

"এই নিলাজী ! গিৰিয়েৰৰ গাত হাত দিবলৈ বেয়া নাপালি ?

"তিৰোতাৰ গাত হাত দিবলৈ তাৰ জানো লাজ লাগিব নালাগে ?"

স্পষ্ট জৱাব। বুজিলোঁ তাইৰ হিতাহিত জ্ঞান যেন লোপ হৈ গৈছিল। তাইৰ লগত অযথা আৰু কোনো বাক্যব্যয় নকৰি মই আঁতৰি আহিলোঁ। শ্ৰীমতীৰ আগত কিবাকিবি কিছুমান লেখ দি তাই নিজেও আঁতৰি গ'ল।

মনত পৰিল—সেই দিনা কেশৰাম আহি ভৰি দুটাত সাবুটি ধৰি হুকু হুক কৰি কান্দিবলৈ ধৰিলে। কোনো কাজিয়া পেচালৰ শব্দও শুনা নাছিলোঁ। মই আচৰিত হলোঁ।

"উঠ, উঠ, কান্দিছ কিয় ?"

"দেউতা মই মৰাই ভাল। বন্দুকটো আনি মোক গুলি কৰি দিয়ক।"

মই অধৈৰ্য্য হৈ উঠিছিলোঁ।

"কি হৈছে নকৱ কিয় ? মৰাৰ চখ্‌টো কিয় হ'ল ? ঘৈণীয়েৰে খুন্দিলে হ'বলা ?"

"সেইবোৰ একো হোৱা নাই দেউতা। মতা-তিৰোতাৰ কাৰণে৷ কাজিয়া নহয়। ভাল ভদ্ৰৰ ঘৰতে সেইবোৰ দেখি আছোঁ। কাজিয়া লাগে বুলিয়েই ঘৰখন এৰি থৈ যাব লাগে নে ?"

সি হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে। তাৰ ইমান বেজাৰৰ কাৰণটো বুজিও মোৰ তাৰ প্ৰতি সহানুভূতি নহ'ল।

"ইমান মাৰ-কিল খাই তোৰ লগত কোন থাকিব ? তাই ভালেই কৰিলে।"

"দেউতা, আপুনিও যদি এইদৰে কয় মোৰ দেখোন উপায়েই নাই। তাই জানো নামাৰে ? কাজিয়া হ'ল বুলিয়েই মতা-তিৰোতাৰ এৰাএৰি হ'ব লাগেনে ? ল'ৰা-ছোৱালী হালো তাই লৈ গ'ল। মই এতিয়া কাৰ মুখ চাই থাকো ?"

"মই কি কৰিম? তোৰ তিৰোতা বিচাৰি যামনে? ধৈৰ্য্য ধৰচোন; তাই আকৌ ওলাবহি; নোলাই ক'লৈ যাব?"

"আৰু নাহে দেউতা। সিদিনা ডাঙৰ জেঠেৰিটো ওলালহি। মোৰ লগত মাত-বোল নাই। ভনীয়েকৰ লগত কি কথা পাতিলে মই নাজানো। তাৰ কিবা কুমন্ত্ৰণা পায়েই তাই এই কাম কৰিলে, দেউতা।"

"তেতিয়া হ'লে ভালেইহে হৈছে। এদিন গৈ তাইক লৈ আহগৈ।"

"দেউতা, আপুনিটো কৈছেই। পিছে তাইক আনিবব দিন ধৰি সিহঁতৰ ঘৰত মই ভৰি দিয়াগৈ নাই। মোক পালে সিহঁতে এনেয়ে এৰি নিদিয়ে।"

"হেৰ', মাৰে যদি মাৰিব। যদি তিৰোতা লাগে পিঠি পাতি দিবি। যদি নালাগে ঘৰতে থাক, তিৰোতাৰ কথা নাভাবিবি।"

সিও যেন কিবা এটা ভাবিছিল। কোনো উত্তৰ নিদি মনে মনে বহি ব'ল।

"যা এতিয়া ঘৰলৈ যা। সিহঁতে তোক নামাৰে, তই এনেয়েহে ভয় খাইছ। যদি ভয় কৰিছ লগত কোনোবা এটা মানুহ লৈ যাবি।"

সি উঠি গ'ল। নানা লেঠাৰ মাজত কেশৰামৰ কথা মই পাহৰি গ'লোঁ। কেইদিন মানৰ পিছত কেশৰামৰ বৰ অসুখ বুলি শ্ৰীমতীয়ে খবৰ দিলেহি। ল'ৰা-ছোৱালী কেইটাৰ হাতত তাৰ কাৰণে আহাৰ-পানীও হেনো পঠিয়াই দিছিল। মোৰ কৌতুহল হ'ল—

"অসুখ কি হৈছে?"

"গাত বিষ, জ্বৰ, ওকালি।"

পিছত গম পালো এদিন সি বকুলীক বিচাৰি শহুৰেকৰ ঘৰ পালেগৈ। কিন্তু শহুৰৰ ঘৰত আদৰ-অভ্যৰ্থনাৰ পৰিবৰ্তে পালে চৰ, গোৰ, লাখুটিৰ মাৰ। জেঠেৰিয়েক বলোৰামে পঘাৰে বান্ধি থলে। নাই ভাত, নাই পানী। নাই একেষাৰ সহানুভূতিৰ মাত। বকুলীয়ে প্ৰতিবাদো নকৰিলে ওলাই আহি দেখাও নিদিলে। ওচৰলৈ অহা

ল'ৰা-ছোৱালী হালকো কেটেৰা-জেঙেৰা কৰি আঁতৰাই নিলে। বেজাৰত যেন তাৰ বুকু ফাটি যাবৰ উপক্ৰম হ'ল। কাৰ কাৰণে সি সংসাৰত জীয়াই থাকিবলৈ হেঁপাহ কৰিছে। দুয়োটা চকু ফাটিয়েই যেন চকুলো বাগৰিবলৈ ধৰিলে।

মাজৰাতি কেশৰাম অকলেই ঘৰলৈ উভতি আহিল। পিছ দিনাৰ পৰা আৰম্ভ হ'ল জ্বৰ, কাহ, বমি। খবৰটো পাই শ্ৰীমতীৰ নাৰী হৃদয়ে কষ্ট পাবলৈ ধৰিলে।

তেওঁৰ মনৰ অৱস্থা বুজি মই পৰামৰ্শ দিলোঁ—

"হেৰা কোনোবা এটাক পঠিয়াই দি বকুলীকে খবৰটো নিদিয়া কিয়?"

ঘৰত চাকৰ নাই। শ্ৰীমতীয়ে ল'ৰাটোকে পঠিয়াই দিলে। কিন্তু শহুৰেকৰ ঘৰৰ কোনোৱেই নোলালহি।

পৰৰ কথাৰ মাজলৈ যাবলৈ ইচ্ছা মোৰ নাছিল। কিন্তু অৱস্থাই মোক যেন টানি লৈ গৈছিল। বেমাৰত পৰাৰ পিছৰে পৰা কেশৰামৰ খবৰ লোৱাটোও মোৰ দৈনন্দিন কামৰ ভিতৰৰে এটা হ'ল।

এদিন মুখত মিচিকিয়া হাঁহি এটা লৈ শ্ৰীমতী মোৰ ওচৰ পালেহি—

"কথা এটা গম পাইছেনে নাই?"

মই উদ্বিগ্ন হৈ পৰিলোঁ।

"কি কথা?"

"কালি ৰাতি বকুলী ওলালহি।"

মুখত সন্তোষৰ মিচিকিয়া হাঁহিটো লাগিয়েই আছিল।

ময়ো যেন সংবাদটোত আচৰিত নোহোৱাকৈ নোৱাৰিলোঁ।

"আহিল? কোনে থলেহি?"

"কোনেও থোৱাহি নাই। তাই অকলেই কাকো গম নিদিয়াকৈয়ে ওলালহি। ছিঃ, কোনো লাজ কাজেই নাই।"

খন্তেকলৈ মানৱ চৰিত্ৰ সম্পৰ্কে মই যেন অনিশ্চিত হৈ পৰিলোঁ। এনে ব্যৱহাৰ কেনেকৈ সম্ভৱ হ'ব পাৰে? কিন্তু লাহে লাহে মই যেন দেখিবলৈ ধৰিলোঁ এই সকলো অনৈক্যৰ মাজেদিয়েই সিহঁতৰ মাজত আছে কিবা এটা দুৰ্বাৰ আকৰ্ষণ। কিবা এটা গাঢ় অনুৰাগৰ ভাৱ। সকলো বাহ্যিক বিকাৰৰ ভিতৰেদিয়েই সেই আকৰ্ষণ কেন্দ্ৰ কৰিয়েই সিহঁত দুটা যেন ঘূৰি আছে। শ্ৰীমতীৰ কথাৰ মই উত্তৰ দিলো।

"দেখা, সিহঁত দুটাও তোমাৰ মোৰ দৰেই স্বামী-স্ত্ৰীয়েই। সিহঁত আৰু আমাৰ মাজত যি পাৰ্থক্য দেখিছা, সি আচল পাৰ্থক্য নহয়। বাহ্যিক ব্যৱহাৰৰ পাৰ্থক্যহে।"

মোৰ কথাকেইটা শ্ৰীমতীয়ে বুজিলেনে নাই ক'ব নোৱাৰোঁ। কিন্তু কোনো প্ৰতিবাদ নকৰি মোৰ ওচৰৰ পৰা আঁতৰি গ'ল।

দিন আগবাঢ়িবলৈ ধৰিলে। স্বামী-স্ত্ৰীৰ পুনৰ মিলনৰ পিছতো সিহঁতৰ সংসাৰখনৰ কোনো পৰিবৰ্তনেই নঘটিল। দুদিন নৌ পাৰ হওঁতেই আৰম্ভ হ'ল পূৰ্বৰ সেই একে অৱস্থা।

এদিন শুনিলো বকুলীয়ে কেশৰামক শাসন কৰিছে—"তোৰনো লাজ কেতিয়া হ'ব? সিদিনা ককায়ে খুটাত বান্ধি লৈ কাঠখৰিৰে, হাত-ভৰিৰে দিয়া জলপানটোৰ কথা পাহৰিলিয়েই হ'বলা।"

লগে লগেই কাণত পৰিলহি কেশৰামৰ প্ৰত্যুত্তৰ।—

"চুপ থাক, চোৰৰ জাত।"

বকুলী ক্ষান্ত নহ'ল।

"চোৰ কোন? তই নে সিহঁত? মোক চুৰ কৰি আনিবলৈ তোৰ লাজ লগা নাছিল?"

বিকট, অশ্লীল চিঞঁৰ-বাখৰ। নিতান্ত নিৰুপায় হৈয়ে সিহঁতৰ বাক-বিতণ্ডাবোৰ শুনি ৰওঁ।

খবৰ পালো কেশৰামৰ বেমাৰ। বকুলী শ্ৰীমতীৰ ওচৰ পালেহি। পইচাৰ অভাৱ। চিকিৎসাৰ ব্যৱস্থা হোৱা নাই।

হাতৰ কাণৰ যি দুই-এপদ আছিল তাকো কেতিয়াবাই বেচি কিনি শেষ কৰিলে। ইপিনে ঘৰত নাই খাবলৈ।

"আইদেউ, মোক এটা উপায় দিয়ক। মানুহটো মৰেনে বাচে ঠিক নাই। আজি দুদিন ভ্ৰম বকিছে। ঘৰত ভাত-পানী নাই।"

তাই চকুলো টুকিবলৈ ধৰিলে।

তাইৰ কথা শুনি মোৰ বেয়া লাগিল। ভিতৰৰ পৰা বাহিৰলৈ ওলাই আহিলোঁ।

"মানুহটোৰ ইমান টান অসুখ দেখিও ককায়েৰহঁতলৈ খবৰ দিয়া নাই কিয়? তোৰ ইমান বিপদতো নাহিবনে?"

"দেউতা, খবৰ দিলেই জানো আহিব? মই খবৰ নিদিয়াকৈ থকা নাই। পিছে, ক'ৰবাত পা-পইচা কিবা ভৰিব লাগে বুলিয়েই ভয়তে ওলোৱাহি নাই।"

আঁচলেৰে তাই চকু দুটা মচিবলৈ ধৰিলে।

তাইক সহায় কৰিব পৰা আৰ্থিক অৱস্থা আচলতে আমাৰ নাছিল। কিন্তু তাইৰ বিপদ চকুৰ আগত দেখিও নেদেখাৰ ভাও ধৰিব নোৱাৰিলোঁ।

"আইদেউ, আপোনালোকৰ গুণ কৈ এই জনমত শেষ কৰিব নোৱাৰিম। ওচৰ-চুবুৰীয়া কিমান ভাল ভদ্ৰ মানুহ আছে; কিন্তু আপোনালোকৰ বাহিৰে তেওঁলোকৰ কোনেও মোৰ দুখ নুবুজিলে। আইদেউ, মানুহটো ভাল হ'লেই গা-খাটি হ'লেও যেনে তেনে ধাৰটো মই শেষ কৰিহে এৰিম। খং নকৰিব, আইদেউ।"

"তই যাগৈ ঘৰত বেমাৰী এটা আছে।"

শ্ৰীমতীয়ে নিৰ্দেশ দিলে। কিন্তু তাই আঁতৰি নগ'ল।

"মোৰ কপালত সুখ লিখা নাই আইদেউ। পিতায়ে মোৰ এঘৰ ভাল মানুহতেই বিয়া দিব খুজিছিল। পিছে তালৈ মোৰ মন নগ'ল। এই মানুহটোৱে কিবা মোহিনীয়েই কৰিলেনে, যাদুৱেই কৰিলে মই ক'ব নোৱাৰোঁ। আই-বোপাইৰ ঘৰৰ পৰা, শেষত

পলাই আহিছে শান্তি পালোঁ। পিছে মোৰ সুখ কি হৈছে, দেখিয়েই আছে।"

তাই আঁতৰি গ'ল। সেইদিনাই মাজৰাতি কেশৰামে চকু মুদিলে। বকুলীয়ে, ল'ৰা-ছোৱালী দুটাই চিঞৰি চিঞৰি, ইনাই বিনাই কান্দিলে। ওচৰ-চুবুৰীয়া কোনোবা কোনোবা আহিল, বহুতেই নাহিল। কেশৰামৰ জেঠেৰিয়েকলৈ খবৰ পঠালে। শেষ ৰাতি শ'টো শ্মশানলৈ লৈ গ'ল। কেশৰামৰ জীৱন কাহিনী হৈ উঠিল অতীতৰ এটা স্মৃতি।

বকুলীক দেখাৰে পৰা অতীতৰ এই কথাবোৰ মনৰ মাজত সজাগ হৈ উঠিছিল। মনটো কিবা বিষাদেৰে ভৰি পৰিল।

"দেউতা, মই যাওঁ।"

হঠাৎ মোৰ চিন্তাস্রোত বন্ধ হৈ গ'ল। ভিতৰৰ পৰা বকুলী ওলাই আহিছিল।

"তই যাব নেকি? যাবি ক'লৈ?

"সেইবোৰ কথা আৰু নুসুধিব; দেউতা। ক'লৈ যাম বুলিনো কম।"

মোৰ মনত এটা সন্দেহ উপস্থিত হ'ল।

"কিয় তই জানো ককায়েৰহঁতৰ লগত নাই?"

"তাৰ পৰা অহা আজি মাহেকেই হ'লহি।"

"মাহেক হ'লহি?"

মই বিশ্বাস কৰিবলৈ টান পাইছিলোঁ।

"ল'ৰা-ছোৱালীহাল কি কৰিলি?"

দেউতা, মোৰ ফুটা কপাল। দুখে দুখে ঘৰ এখন পাতিছিলোঁ। ঈশ্বৰৰ সহ্য নহ'ল। সিও ভাগি গ'ল। ককাইহঁতৰ আশ্রয় ললোগৈ। তাতো মোৰ কাৰণে ঠাই নহ'ল। লৰাটোক কাৰোবাৰ ঘৰত হালোৱা দি ককায়ে ধন ঘটিছে। ছোৱালীজনীক ইয়াৰে কোনোবা বাবু এজনৰ ঘৰত থৈছে। মই মাকজনী হৈয়ো পেটৰ পোৱালীৰ

খবৰ নাপাওঁ, দেউতা, এয়ে আমাৰ কপাল।

তাইৰ মাতটো ক্ৰমাৎ কমি আহি যেন বন্ধ হৈ গ'ল। কথাবোৰে মোৰ অন্তৰত কৌতুহলৰ সৃষ্টি কৰিছিল।

"তই সিহঁতৰ লগলৈ গৈছিলি নহয়, আকৌ আহিলি কিয় ?"

"দেউতা, মোৰ পোৰা কপাল, মোৰ জুই লগা কপাল, মইনো কি কম! মোৰ দুখ কোনে পতিয়াব। আপুনি জানেই, ককাইৰ আশাতেই ইয়াৰ সকলোবোৰ এৰি—তাৰ ঘৰ পালোগৈ। তাৰ কথা-বতৰা, হাক-হুকুম মানিয়েই চলিছিলোঁ। সেইদিনা ধন-পইচাৰ কথা কওঁতেই গিৰিয়েক ঘৈণীয়েক দুয়োটাই ডিঙিত ধৰি ঠেলা-হেঁচা কৰি ঘৰৰ পৰা খেদি দিলে।"

উচুপি উচুপি তাই কান্দিবলৈ ধৰিলে। তাইক মোৰ লগত কথা পতা দেখিয়েই হ'বলা শ্ৰীমতী ওলাই আহি মোৰ ওচৰত থিয় দিলে।

"মাটি বেচি পোৱা ধনবোৰ কি কৰিলি ?"

"সেইবোৰ কথা নুসুধিব দেউতা, মোৰ গাত জুই জ্বলি যায়। বুকুখন হমহমাবলৈ ধৰে।"

তাইৰো মাতটো শোকে খুন্দা মাৰি বন্ধ কৰি দিলে। মোৰ মনত পৰিল কেশৰাম মৰাৰ পিছতে ককায়েকৰ লগত লগলাগি বকুলীয়ে সিহঁতৰ ভেটিটো কলিকতাৰ কোম্পানী এটাক বেচিলে। কথাটো মনত পৰাৰ লগে লগেই মোৰ চকু দুটা গ'ল দুম'হলীয়া দালানটোলৈ। ঘৰটোৰ ভিতৰত তেতিয়াও ৰেডিঅ'ৰ সঙ্গীত বাজি আছিল। সন্ধ্যাৰ লগে লগে জ্বলি উঠিছিল বিধ বিধ ইলেকট্ৰিক লাইট। ঘৰটোলৈ চাই ৰ'লোঁ। এনেকুৱা এটাৰ মালিক হোৱাৰ এটা কল্পনা মনৰ মাজত জাগি উঠিল। কিন্তু লগে লগেই নিজৰ অতৰ্কিতেই এটা হুমুনিয়াহ বাহিৰ হৈ গ'ল।

"কচোন ক, মাটি বেচি ইমানবোৰ ধন পায়ো তোৰ এনে অৱস্থা কিয় হ'ল। ধনবোৰ কৰিলি কি ?"

"ধনৰ অভাৱত চিকিৎসা নাপাই মোৰ মতা মৰিল। লোকচান

হ'ল মোৰ, আনৰ নহয়—মুখেৰে বেজাৰ পোৱা মানুহো বহুত পালোঁ। পিছে মিছা, দেউতা, সকলো মিছা। ককাইৰ ফুচুলনিত পৰি ভেটিটো বেচিলোঁ। পিছে দেউতা, সেই ধন চুই পোৱা দূৰৰ কথা, চকুৰেই দেখিবলৈ নাপালো।"

"মানে ?" মই কথাটো শুনি আচৰিত হ'লোঁ।

টকা-পইচা সকলো ককায়েই লৈছিল। ময়ো বিশ্বাস কৰিছিলোঁ। তাতে নিলগীয়া ককায়ো নহয়, একে আই বোপাইৰ। এটকা দুটকা নহয়, দেউতা, হাজাৰে হাজাৰে। উস্ কটা ব্ৰহ্মবধী! সি ভাল মোৰ তেজ খালে। পৃথিৱীত কাকো বিশ্বাস নকৰিব দেউতা, কাকো নকৰিব।"

এটা শূন্য দৃষ্টিৰে তাই মোৰ মুখলৈ চালে। কিবা অমঙ্গল চিন্তা কৰি মই ভয় খালো। তাইৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ সুধিলোঁ—

"টকাবোৰ হ'ল কি ?"

"কি হ'ব ? সি পাষণ্ডই খালে। তাকে সিদিনা সেধোতেই মই জগৰ লগালোঁ। দুয়োটাই মাৰি-কিলাই ঘৰৰ পৰা খেদি দিলে।"

"মই নিজৰ কাণ দুখনকে বিশ্বাস কৰিবলৈ টান পালোঁ। সংসাৰত এনেকুৱা কথাও হ'ব পাৰেনে ? মানুহ ইমান তললৈ নামিব পাৰেনে।"

"তই এনেয়েহে কৈছ হ'বলা ?"

"আপোনালোকৰ আঁৰ হ'ম ; দেউতা, মিছায়ে মই কিয় কম। গাৱঁৰ দুই-একে বুদ্ধি দিয়াত ইয়াৰে উকীল এজনৰ লগত আছোহি। তেওঁ গোচৰ, এটা লগাই দিম বুলিছে। পিছত উকীলেই বা কি কৰেগৈ কোনে জানে ?"

তাই থিয় হ'ল।

"সন্ধ্যা হ'ল দেউতা, যাওঁগৈ। আইদেউ, গালি-শপনি নাপাৰিব। মাজে মাজে আহি আমনি কৰিমহি। কণাবিধতাই মাৰি নিলেও হয়। পিছে এতিয়াই ক'ত মাৰিব। কপালত দুখ আছে, দেউতা দুখ আছে।"

তাই ওলাই গ'ল। আমি দুয়ো তাইৰ ফালে চাই ৰ'লো। খন্তেকীয়া জীৱনটোৰ সকলো সংগ্ৰাম যেন ব্যৰ্থ হৈ গ'ল।

তাইৰ হৃদয় বিদাৰক কৰুণ ক্ৰন্দনে আজি সমাজৰ কাৰো হৃদয়ত যেন প্ৰতিধ্বনি তুলিব পৰা নাই। ব্যৰ্থতাৰ বিৰুদ্ধেই যুঁজিলে আজীৱন। আজি তাই অচিন পথৰ যাত্ৰী। দেহ-মন ক্লান্ত। সন্মুখত অনিশ্চিত ভৱিষ্যতৰ এচটা ক'লা ডাৱৰ। কিন্তু তাইক যেন একোৱেই নিৰস্ত্ৰ কৰিব পৰা নাই। আমাৰ একুৰা জুই তাইৰ অন্তৰত জ্বলি আছিল।

বহাৰ পৰা থিয় হলোঁ। শ্ৰীমতীৰ ফালে চাওঁতেই চকুত পৰিল বেদনাক্লিষ্ট এখন মুখ।

"বকুলীজনীৰ কাৰণে বেয়াই লাগে।"

লগে লগেই বুজিলোঁ শ্ৰীমতীয়ে নিজৰ দুখৰ লগত বকুলীৰ দুখ তুলনা কৰি তাইৰ দুখত দুখী নোহোৱাকৈ ৰ'ব নোৱাৰিলে। যাৰ নিজৰ দুখ নাই, পৰৰ দুখ সি কেনেকৈ বুজিব ?

মোৰ মনটো গধূৰ হৈ পৰিছিল। শ্ৰীমতীৰ কথাৰ উত্তৰ দিয়াৰ আগ্ৰহ মোৰ নহ'ল। কিন্তু অলপ আগতে আমাৰ মাজত ঘটি যোৱা অপ্ৰীতিকৰ অৱস্থাটোলৈ মনত পৰিল। উত্তৰ নিদিয়াকৈ মই ৰ'ব নোৱাৰিলোঁ।

"চোৱা, সকলো মানুহৰ ভাগ্য মতেই হৈ থাকে। সুখ নিবিচাৰে কোনে ? কিন্তু পায় কিমানে ? আচলতে দুখ-বেজাৰবো কোনো অৰ্থ নাই। কিন্তু মানুহৰ মনে নামানে।"

শ্ৰীমতী নিৰুত্তৰ হৈ ৰ'ল। বোধকৰোঁ মোৰ কথাকেইটা বুজিব পৰা নাছিল। উত্তৰৰ কাৰণে ময়ো ব্যগ্ৰ হোৱা নাছিলোঁ।

শ্ৰীমতী বাৰান্দাখনতে থিয় দি ৰ'ল। মই আলিৰ ফালে ওলাই আহিলোঁ।

# দেৱতাৰ সমাধি

পাহাৰৰ বুকুৰ সেই সমতল ঠাইখিনিতে মন্দিৰটো। চাৰিওফালে নিবিড় বন। দূৰৈত এঘৰ-দুঘৰ মানুহ। মন্দিৰৰ গাত লগাকৈ পূজাৰীৰ ঘৰটো। ওচৰতে মালিটোৰ বহা। বহল চোতালখনৰ আগেদি পাহাৰী নিজৰাটো সাপটোৰ নিচিনাকৈ একা বেঁকা হৈ কোনোবা অজানৰ উদ্দেশ্যে অবিৰাম গতিত বৈ গৈ পাহাৰৰ মাজত নাইকিয়া হৈছেগৈ। নিজৰাটিকে অনুসৰণ কৰি দূৰনিলৈ যোৱা ৰঙা পাহাৰীয়া আলিটোও যেন কিছুদূৰ গৈ আৰু যাব নোৱাৰি হাৰমানি অইন ফালে ঢাপলি মেলিছে। মন্দিৰৰ এঁদাতিত এখনি ফুলনি। নানা তৰহৰ পাহাৰী ফুলেৰে ভৰা। ভৈয়ামৰো যতি জাঁই।...

মন্দিৰলৈ যাত্ৰীৰ সমাগম কম। পাহাৰী উষাৰ সৌন্দৰ্য্য উপলব্ধি কৰিবলৈ কবিৰ অভাৱ। অস্তমুখী সূৰুযৰ তপ্ত-কাঞ্চনৰূপ বৰ্ণাবলৈকো চিত্ৰকৰ নাই।....সকলোৱেই যেন নীৰৱ।....পথক্লান্ত কোনোবা পথিক পথভাৰৰ বোজা আৰু ব'ব নোৱাৰি কেতিয়াবা মন্দিৰৰ আগৰ নিজৰাৰ পাৰৰ সেই বকুল জোপাৰ পাৰতে জিৰণি লয়হি। পুণ্যলোভী কোনোবা পথিকে পাপৰ ভয়ত হয়তো কেতিয়াবা মন্দিৰত সোমাই দেৱতাক দেখা দিয়েহি। দেৱতাক তুষ্ট কৰিবলৈ দুই-চাৰি পইচাও হয়তো দি যায়। নিদিলে কিজানি দেৱতা ৰুষ্ট হয়। যি বৰ ক্লান্ত—যাৰ মন কোনোবা সুদূৰত বন্ধা থাকে সি হয়তো ক্ষন্তেকলৈ হলেও ভাগৰৰ হেঁচাত দেৱতাক পাহৰি কলাঘুমতিত ভাবে সেই বান্ধোনলৈ। মনত পেলাই কোনোবা এখনি লনি মুখ—এজুৰি ধুনীয়া চকু-দুখনি থাৰু মেৰোৱা হাতৰ কথা ভাবি তপত হুমুনিয়া পেলায়। লগতে হয়তো কোনোবাই কোনোবা

থুন্নুক-থানাক মাতৰ কথা মনলৈ আহোঁতেই স্নেহৰ আৱেশত আত্মহাৰা হয়। · কিন্তু কোনেও ক্ষন্তেকলৈ স্থিৰ হৈ চকুফুৰাই নেচায় সেই নিৰ্জ্জনপুৰীৰ নিবিড় সৌন্দৰ্য্যলৈ। পাহাৰী চৰাইৰ আকুল-ব্যাকুল প্ৰাণৰ সঙ্গীত নিৰ্ম্মম পাহাৰৰ বুকুতেই প্ৰতিধ্বনি তুলিবলৈ আপুনি মাৰ যায়। অইনৰ প্ৰাণত প্ৰতিধ্বনি তুলিবলৈ যেন অক্ষম। কত বসন্ত আহিল—কত গ'ল!

মন্দিৰৰ অধিবাসী ক'লা শিলত কটা বিষ্ণু। ৰক্ষক পূজাৰী বামুণ—যোগাৰী সেই আধা সভ্য মালীটো।····পূজাৰীৰ ঘৰ কোনোবা ভৈয়ামত। ৰজাঘৰীয়া পূজাৰীৰ পদ বংশানুক্ৰমে চলি আহিছে।···· বহুদিনীয়া একান্ত ঘনিষ্ঠতাত দেৱতালৈ জন্মিছিল অচলা ভক্তি অকৃত্ৰিম স্নেহ। দেৱতাৰ পূজাত স্বাৰ্থৰ বান্ধ নাছিল। আছিল ভক্তৰ প্ৰাণ উবুৰিযাই দিয়া স্নেহ, ভক্তি। পূজাৰী যুৱক, ধুনীয়া মাক, দীঘলীয়া চকু। শ্বেত-চন্দন শোভিত উন্নত কপাল, মূৰত একোছা ক'লা চুলি।··· ছয়-সাত বছৰ সেই দেখিলে ভাল নলগা মালীটোৰ লগত থাকি দেৱতাৰ আশ্ৰয় হৈ—সেই নিবিড জঙ্গলতে কটাইছিল। নাই চিন্তা, নাই দুখ। কামৰ ভিতৰত আছিল দেৱতাৰ পূজা আৰু সময় পালেই সেই জুৰিটিৰ পাৰত বহি নিশা বাঁহী বজোৱা।·· দৰকাৰ পৰিলে কেতিয়াবা যায় ওচৰৰ লাগবান্ধ নোহোৱা গাওঁখনৰ কাৰোবাৰ ওচৰলৈ।····ঘৰলৈকো ৰৰকৈ নাযায়, গ'লেও বহুত দিনৰ মূৰত এদিন। ঘৰলৈ হেনো মনতেই নপৰে।

····পূজাৰীৰ বাপেক নাই। মাকো সৰুতে মৰিল। ককাই-ভায়ো নিজৰ নাই। মালীটোৱে যদি কেতিয়াবা ঘৰলৈ যোৱাৰ কথা কয়, উত্তৰ দিয়ে—"ককাই তইঁতে ইমান ঘৰলৈ যাওঁ, ঘৰলৈ যাওঁ বুলিলে মোৰ হাঁহিহে উঠে। ঘৰত কিনো আছে তইঁতৰ ইমান যে মনত পৰে? তোৰ মাৰ-বাপেৰ আছে জানো?···"

মালীয়ে উত্তৰ দিয়ে—"মাক-বাপেক থাকিলেহে ঘৰ? মোৰ ল'ৰা-ছোৱালী আছে—সিহঁতৰ মাক আছে—সিহঁতেই মোক টানি নিয়ে।··"

…মালীৰ কথাই যেন সেই সৰল একানপতীয়া ডেকা পুজাৰীৰ অন্তৰৰ কোনোবা সুপ্ত বীণাৰ তাঁৰত অকস্মাৎ আঘাত কৰিলে। —কিবা এটা যেন বিজুলিৰ দৰে অন্তৰত খেলাই গ'ল। কিন্তু কি ধৰিব নোৱাৰিলে।…সেই ৰাতি জুৰিৰ পাৰত বজোৱা দিগদিগন্তলৈ ভাঁহি যোৱা বাঁহীৰ সুৰত যেন পূজাৰীৰ প্ৰাণৰ করুণ ক্ৰন্দন ফুটি উঠিছিল। নিজৰ কাণটো সেইদিনাৰ সুৰবোৰ উদ্দেশ্যহীন যেন লাগিল। সেই দিনা ৰাতি বিছনাত পৰোতে নিজৰ অজ্ঞাতে মনলৈ আহিল—"জীৱন বৃথাই গ'ল নে কি?"

* * * *

—কিছুদিনৰ পিছত, সেইদিনা পূজাত বহিয়েই পূজাৰীয়ে মাত দিলে "অলকা"—। ওচৰৰ ঘৰটোৰ পৰা কোমল মাতৰ "গইছোঁ" বুলি উত্তৰ দিয়াৰ লগে লগেই এগৰাকী গৌৰবৰ্ণা ধুনীয়া গাভৰু মন্দিৰলৈ সোমাই গ'ল। পূজাৰীয়ে উভতি চাই মাত দিলে "অলকা, আজি মোৰ মন্ত্ৰপাঠ বিফলে যায়। দেৱতাৰ খং উঠিছে। চোৱা, দেৱতাৰ মুখত আজি আনন্দ নাই। পূজাত মোৰ একাগ্ৰতা কমি গৈছে। তোমাৰ পিছে পিছে মোৰ মনটো ঘূৰি ফুৰিছে। মোৰ মনটো আৰু লৈ নাযাবা। মোৰ ওচৰতে বহা।" …চাওঁতে চাওঁতেই পূজাৰী যুৱক নিমগ্ন হ'ল। পূজাৰ শেষত সেইদিনা পূজাৰীয়ে বিচাৰিলে পাপৰ বাবে দেৱতাৰ ওচৰত ক্ষমা "হে দেৱতা! তুমি সৰ্ব্বজ্ঞ তুমি যে সকলো বুজা।"

…এতিয়া সেই প্ৰাণহীন সমতলৰ প্ৰত্যেক তৰু-তৃণত পূজাৰীয়ে পালে প্ৰাণ—প্ৰত্যেকটো ফুলতেই দেখিলে বিশ্বব্ৰহ্মাণ্ডৰসকলো সৌন্দৰ্য্য। তাৰ বতাহৰ সংস্পৰ্শত অনুভৱ কৰিলে বিমল আনন্দ।… আজিকালি বাঁহীৰ সুৰত আৰু উদাসতা নাই—আছে—আশা আছে মাদকতা। সেই বকুল জোপাৰ তলত গধূলি যেতিয়া দুয়ো বহিব— পৃথিৱীত যে আৰু কোনোবা আছে—পৃথিৱীত যে আৰু কিবা কৰিব-লগীয়া কাম এতিয়াও অসম্পূৰ্ণ সকলো পাহৰি যায়। ভাবে "মিছা,

পৃথিৱীত দুখ নাই আছে সুখ।...এয়েই সকলো এইয়ে শেষ। ইয়াতেই পৃথিৱীৰ আৰম্ভ, স্বৰ্গৰো শেষ।”

প্ৰত্যেকদিনেই প্ৰতিপূজাৰ অন্তত দেৱতাৰ ওচৰত মূৰ দোঁৱাই অন্তৰৰ কৃতজ্ঞতা জনাই—“হে দেৱতা মোৰ পূজা সফল কৰিলা, তোমাৰ আশীৰ্বাদ—আজি মোৰ জীৱনৰ পূৰ্ণ বিকাশ।”....

* * * *

সন্ধ্যাৰ আৰতিৰ পিছতেই সেইদিনা অলকাৰ হঠাৎ জ্বৰ উঠিল। পূজাৰী অলকাৰ মুদখাই থকা চকুদুটালৈ চাই কেতিয়াবা মূৰটোত কেতিয়াবা মুখত হাত ফুৰাই শিতানতে বহি ৰ'ল। কিমানপৰ বহিছে ক'ব নোৱাৰে। দেৱতাৰ পূজা এতিয়াও যে অসমাপ্ত পূজাৰীয়ে পাহৰিলে। ওচৰৰে গছ এজোপাৰ পৰা প্ৰাণত আতঙ্কৰ সৃষ্টি কৰি আহিল কোনোবা চৰাই এটাৰ বিকট আৰাও। পূজাৰী চক্ খাই উঠিল। অলকায়ো চকু মেলিলে, পূজাৰীৰ চকুৰে চকুৱে পৰিল। অলকাই মাত দিলে—“আপুনি বহিয়েই আছে? পূজা কৰিলে? আজি কি খাব? ......” অনিচ্ছাৰে হ'লেও পূজাৰী মন্দিৰলৈ গ'ল। অভ্যাসমতে মন্ত্ৰ মাতি পূজা সমাপন কৰি পূজাৰীয়ে গম পালে আজিৰ পূজাত আন্তৰিকতাৰ অভাৱ। পূজাৰ অন্তত অলকাক আৰোগ্য কৰিবলৈ প্ৰাৰ্থনা জনাই দোষৰ বাবে ক্ষমা ভিক্ষা কৰিলে। “হে দেৱতা, হে অন্তৰ্য্যামী সকলো তোমাৰেই মহিমা। দোষ নধৰিবা।”....

কুৰিদিন হ'লহি অলকাৰ জ্বৰ নেৰিলে। পূজাৰীও হ'ল আধা কলীয়া। খোৱা নাই, শোৱা নাই, বিশ্ৰাম নাই। মালীটোৱে ওচৰৰ গাৱঁৰ পৰা দৰৱ আনি দিলে—কিন্তু তাৰ ব্যৱহাৰ নহ'ল। দৰৱ শুকাই গ'ল। পূজাৰীৰ দৰৱত বিশ্বাস নাই। বিশ্বাস সেই দেৱতাত। পূজাৰীৰ দৰৱ দেৱতা—পূজাৰীৰ পথ্য দেৱতাৰ চৰণামৃত।

....মাজৰাতি সকলো নিঃপালি দিলে। চটফটাই থকা অলকাৰ টোপনিৰ ভাব দেখিলেই লৰি মন্দিৰলৈ গৈ দেৱতাৰ পদমূলত দীঘল দি পৰেগৈ।....“হে শক্তি, হে দেৱতা তুমি কৰুণাৰ আধাৰ। আৰু

শাস্তি নিদিবা—অলকাক ভাল কৰি দিয়া।”···চকুলো দুগালেদি ধাৰাষাৰে বৈ গৈ মাটিত পৰেগৈ। উঠি আহে, কি জানি সাব পাই—অলকাই বিচাৰিছেই।

দেৱতাৰ ওপৰত অগাধ বিশ্বাস—ভক্তি। নহ'ব কিয়? অলকা সেই দেৱতাৰে দান! ·· কিন্তু! দেৱতা অচল অটল। একান্ত ভকতৰ করুণ কাকুতি, দেৱতাৰ ওচৰত ব্যৰ্থ হ'ল। অলকা গুচি গ'ল। পূজাৰীও লগতে ঢাল খাই পৰিল। ··

চেতন পাই দেখিলে অলকাক কাপোৰেৰে ঢাকি বাঁহৰ চাং এখনৰ ওপৰত শুৱাই থৈছে।·· ওচৰলৈ গ'ল প্ৰাণহীন শটো সাৱটি ধৰিলে, হিয়া বিদীৰ্ণ কৰি কান্দোন আহিল—“অলকা, অলকা—নিৰ্ম্মম দেৱতাই তোমাক থাকিবলৈ নিদিলে। কত কান্দিলো—দেৱতাই নুশুনিলে।···সূৰ্য্য অস্তৰ লগে লগেই অলকাৰ শেষক্ৰিয়া নিজৰাটোৰ পাৰৰ সেই জোপোহা গছডালৰ ওচৰতে শেষ কৰি পূজাৰী ঘৰলৈ উভতিল।····পূজাৰী নিস্তব্ধ।···সন্মুখত দেখিলে শ্যামল পৰ্ব্বতৰাশি, বুকুত শিলৰ বোজা লৈ পৰি আছে—সেই বিশাল গছ-গছনি—সেই আওঢলিয়া সমতল ভূমি খণ্ড ওপৰত দেখিলে নক্ষত্ৰখচিত নীল আকাশ।·· আজি যেন কাৰো লগত কাৰো সম্বন্ধ নাই। সকলোৰেই যেন স্বতন্ত্ৰ।· চোতালত ভৰি দিয়েই দেখিলে সেই ফুলনিখন। মনত পৰিল অলকালৈ। মনলৈ আহিল কোনে সেই ফুলবোৰত আৰু পানী দিব! আৰু ভাবিব নোৱাৰিলে। শূন্য অন্তৰত অনুভৱ কৰিলে নিৰ্ম্মম বেদনাৰাশি। হিয়া ভাঙ্গি কান্দোনৰ ৰোল উঠিল। ইমান দিনৰ অযত্নত পৰি থকা চোতালখন দুবৰি বনেৰে ভৰি গৈছিল। সেই দুবৰিৰ ওপৰতে বহি সন্মুখত দেখিলে তৃতীয়াৰ ক্ষীণ জোনটো। মন বিষাদেৰে ভৰি পৰিল।

বকুল জোপাত বাট ভুল কৰি ভোমোৰা এটাই তেতিয়াও গুণগুণাই আছিল। ভোমোৰাৰ গুঞ্জনত হতাশ প্ৰাণত বিষাদৰ ছাঁ ঘন হৈ আহিল। সেই দুবৰীৰ ওপৰতে পূজাৰী দীঘল দিলে। দুচকু

ভৰাই চকুলোৰ ধাৰ নিছিগা হ'ল। যি দুই-চাৰি মানুহ গোট খাইছিল প্ৰবোধ বাক্য দি পূজাৰীক মালীৰ হাতত গটাই দি ঘৰাঘৰি গ'ল।···

তৃতীয়াৰ চন্দ্ৰৰ ক্ষীণ কিৰণ চাওঁতে চাওঁতেই নাইকিয়া হ'ল। আজি মন্দিৰৰ ভিতৰত দেৱতাক পোহৰাই কোনো বন্তি নজ্বলিল। বাহিৰৰ দুৱাৰ মুখতে মালীয়ে চাকি এটা লগাই দিলেহি। অন্ধকাৰে সকলো গ্ৰাস কৰিলে।—সন্মুখত অন্ধকাৰ—পিছত অন্ধকাৰ-কাষত অন্ধকাৰ। ওপৰলৈ চাই পূজাৰীয়ে দেখিলে আকাশত চিক্‌মিকাই জ্বলি থকা তৰাবিলাক। হঠাৎ চকু পৰিল বৰকৈ জ্বলি থকা তৰা এটাৰ ওপৰত। মনত খেলাই গ'ল—সেইয়া অলকা মোলৈ চাই আছে। কান্দোন আহিল—"অলকা মোকো কিয় লৈ নগ'লা।" ··· সেইদৰে কিমানপৰ ব'ল নাজানে।—মনত পৰিল দেৱতালৈ। মনত পৰিল প্ৰাণ ভৰি কৰা, ভক্তিলৈ, স্নেহলৈ।—মনত পৰিল সকলো কাকুতি মিনতিলৈ আৰু দেৱতাৰ উদাসীনতালৈ। দেৱতালৈ খং উঠিল—অন্তৰত বিদ্ৰোহ জ্বলি উঠিল। প্ৰতিহিংসাত অন্তৰ পুৰিবলৈ ধৰিলে—"দেৱতা পাষাণ,—দেৱতা নিৰ্ম্মম,—অকৃতজ্ঞ।" ····থিয় হ'ল—মন্দিৰৰ দুৱাৰ মুখলৈ গ'ল। দুৱাৰ মেলি সেই অন্ধকাৰৰ ভিতৰেদি গৈ ক'লা শিলৰ বিষ্ণু মৰ্ত্তিখন হাতত তুলি ল'লে।····"দেৱতা, তুমি শিল—। তোমাৰ এই চকুত শক্তি নাই, তুমি নেদেখা। দেৱতা তুমি বধিৰ—তোমাৰ এই কাণে নুশুনে। তুমি মুক····। তোমাৰ প্ৰাণ নাই। তুমি নিৰ্জ্জীৱ এচপৰা শিল।···· তোমাক পূজা মিছায়ে কৰিলো—প্ৰাণ দি মিছায়ে স্নেহ-ভক্তি কৰিলো।"····মন্দিৰৰ বেদীৰ ওপৰতে মূৰ্ত্তিখন থৈ ওলাই আহিল। নিজৰ ঘৰৰ ফালে গৈ কোৰ এখন আনিলে। মন্দিৰৰ গাতে লগাকৈ এটা গাঁত খান্দিলে। তাৰ পিছত সেই বিষ্ণুমূৰ্ত্তি তাত পেলাই দিলে। "পাষাণ আজিৰ পৰা আকৌ পাষাণ হৈয়ে থাক—।" গাঁতটো পুতি পেলালে।····নিজৰ ঘৰটোত সোমাল। ইফালে সিফালে কিবা

বিচাৰিলে। যেন চকুত একো নপৰিল। খাটখনৰ তলত পৰি থকা বাঁহীটো হাতত লৈ ওলাই আহিল। ····মন্দিৰৰ দুৱাৰখনত তলা লগালে। এখোজ দুখোজকৈ আগবাঢ়ি আহি বকুলৰ তল পালেহি। হুমুনিয়া এটা পৰিল। ···বকুল জোপাৰ গাত টঙনিয়াই টঙনিয়াই বাঁহীটো ভাঙি পেলালে। তাৰ পিছত জুৰিটোলৈ দলি মাৰি পেলাই দিলে। কিছুপৰ থিয় দি ৰ'ল। ক'ত আছে নিজেই যেন নাজানে। তাৰ পিছত চাবিটোও জুৰিটোলৈ দলি মাৰি দিলে।

···গোটেই অন্তৰ জুৰি বিদ্ৰোহৰ দাবানল। অন্তৰৰ জিঘাংসা যেন চকুদুটাৰ মাজেদি ফুটি উঠিল।···ওপৰলৈ চালে—মনলৈ আকৌ আহিল—"দেৱতা হৃদয়হীন। দেৱতা মিছা, দেৱতাই নেদেখে—দেৱতাই নেচায়।—দেৱতাই নুশুনে।—দেৱতা অকৃতজ্ঞ। দেৱতা নাই, মিছা—সকলো মিছা। সঁচা তুমি—সঁচা মই।···

তাৰ পাছত লাহে লাহে সেই অন্ধকাৰৰ মাজেদি পৰ্ব্বতীয়া। একা বেঁকা বাটটোৱেদি যাবলৈ ধৰিলে। ক'লৈ নাজানে।····*

---

* ইং ১৯৩৫ চনৰ আৱাহনত প্ৰকাশিত

# পতিতা

সেইদিনা পুৱা শুই উঠিয়েই আলিৰ ওপৰত পৰি থকা আধা নাঙঠা, বিকৃতাকৃতিৰ ঠৰঙা শটো দেখি চুবুৰিটোৰ প্ৰায় মানুহেই চক খাই উঠিল। বাতিপুৱাই দিনটোৰ কাৰণে মনত এটা খেলি-মেলি সৃষ্টি হৈ গ'ল। কি দৃশ্য! তাই "পাষণ্ডী" মৰিবলৈ নো আৰু অইনত ঠাই নাপালেনে? এই ভদ্ৰলোকৰ পাৰাটোহে পালেহি। ডাক্তৰখানাত মৰা হলেও হয়। নিজেও মৰিল, পৰকো আহুকালত পেলালে। মিউনিচিপেলিটিত খবৰ দে—মেতোৰ বিচাৰ—পুলিছ আন।····বেলি হ'লে লাগে যদি কুকুৰ শগুণ পৰিবহি।····

ঠিক যেন কোনেও চিনিব নোৱাৰিলে সেইটো কাৰ শ। হাত-ভৰিবোৰ ক্ষীণ। দেহটোত কিবা বেমাৰ। গোটেই গাটোৱেই যেন গেলি-পচি গৈছে। নাকটো বোধহয় খহি গ'ল ওপৰৰ ওঁঠটো ছিগাঁ—দাঁত পাৰি তেনেই ওলাই আছে। চুচৰি চুচৰি ফুৰাৰ কাৰণেই বোধকৰো ভৰিত আৰু আঁঠুত ঘা। মুখৰ বৰণ বোধকৰো আগেয়ে মুকলি আছিল, অৱশ্যে এতিয়া সঠিককৈ কোৱা টান। কিছু দূৰৰ পৰা হঠাৎ মুখখনত চকু পৰিলে কি দেখিলো বুলি যেন ভুল হ'ব খোজে। মুদ খাই থকা চকু দুটাৰে বোধকৰোঁ চকুলো বৈছিল—এতিয়াও যেন চিন আছে। বোধকৰোঁ শেষ চকুলো। দূষিত দেহটো ধুৱাই দিবলৈ ওলাই আহি পাপৰ তাপত যেন আধা বাটতে শুকাই গ'ল। গাৰ মলিয়ন কাপোৰখন ছিৰলা-ছিৰলী দি ফটা। যিটো দেহ ঢাকিবলৈ একালত হয়তো যথেষ্ট যত্ন লাগিছিল—সেই একেটা দেহেই প্ৰায় অনাবৃত হৈ আজি ৰাজআলিৰ ওপৰৰ

বননিত পৰি আছে। যিটো দেহৰ কাৰণেই এসময়ত ডেকা-বুঢ়া সকলোৱেই হয়তো পাগল হৈছিল,—অন্ধ হৈছিল,—সেই একেটা দেহাৰেই কুৎচিত দৃশ্যই আজি অন্তৰত সৃষ্টি কৰিছে ঘৃণা, অৱজ্ঞা।

পৰুৱা কিছুমানে শটোৰ ওপৰেদি লানি পাতিলেহি। ওচৰৰ খালটোৰ পৰা ভেকুলি এটা আহি বুকুৰ ওপৰত ঠিয় দি এবাৰ ইফালে এবাৰ সিফালে গৈ পৰুৱা ধৰিবলৈ আৰম্ভ কৰিলে। কিন্তু মুদ খাই থকা চকু আৰু কোনেও মেল খুৱাব নোৱাৰিলে। সম্পত্তিৰ ভিতৰত ওচৰতে পৰি আছিল ফটা কাপোৰৰ টোপোলাটো আৰু এনামেলৰ এটা বাটি। কুকুৰ কেইটা এবাৰ শটোৰ ওচৰলৈ আহিল—কিবা শুঙি চালে, কিন্তু কি পালে ক'ব নোৱাৰোঁ; আঁতৰি গ'ল।

এক দুই কৰি পাৰাৰ মানুহ জুম বান্ধিলেহি। ৰ'দ পৰি সেই বিকৃত শটোক হেন বেছি বিকৃতহে কৰি তুলিলে। এই দৃশ্য দেখি দেখি কোনোৱে কৰিলে বেজাৰ, কোনোৱে পাৰিলে গালি, কোনোৱে ঘিণত নাকত সোপা দি পেলালে থ। কিন্তু শটো কাৰ কোনেও ক'ব নোৱাৰিলে।

মেথোৰ আহিল। বকুৰ ওপৰেদি বাঁহ এডাল পেলাই দি হাত দুখন বাঁহডালত জপটিয়াই বান্ধি দিলে। ভৰি দুখনো তেনেকৈয়ে বান্ধিলে। টোপোলাটোৰ পৰা ফটা কাপোৰ কেইখনমান উলিয়াই শটোৰ আৰু বাঁহডালৰ ওপৰত পেলাই দিলে। তাৰ পিছত সেই শুকান, ব্যাধিপীড়িত দেহটো সংকাৰ কৰিবলৈ সেই বাটেদিয়েই শ্মশানলৈ লৈ গ'ল।....পাষণ্ডীৰ সংসাৰত আৰু কোনো চিনেই নৰ'ল। তাইৰ কাৰণে কাৰো চকুপানী এটোপাও নসৰিল। কোনেও হুমনিয়া এটাও নেপেলালে। তাইৰ অতীতৰ ব্যথা ভৰা কাহিনীৰো কোনেও বিচাৰ নল'লে।....

* * *

এজনী পতিতা, এজনী বেশ্যা—তাইৰ কাৰণেও আকৌ বেজাৰ ?....
কিন্তু কুৰি বছৰৰ আগৰ সেই দিনটো কোনেও নেদেখিলে। সেই

দিনটো কোনেও বিচাৰি নাচালে। সেই দিনটো,—যিদিনা তাই প্ৰথম তাইৰ বাপেকৰ ভেঁটি এৰি আহি চহৰত নতুন জীৱন আৰম্ভ কৰে—সেই দিনটো।···

কুৰি বছৰৰ আগৰ এদিন পুৱা সেই দুৰ্ব্বল, কৃশকায় মেলেৰীয়াই খোৱা ছোৱালীজনীয়ে তাইৰ দদায়েকৰ কাপোৰত ধৰি চহৰৰ ধনী উকীল বিপিন বৰুৱাৰ ঘৰৰ দুৱাৰ মুখত প্ৰথম ভৰি দিয়েহি। সৰু ছোৱালী বেচেৰী। ভৱিষ্যৎ ভাবিবৰ বয়স নৌ হয়। সকলো বিপদ-আপদত একমাত্ৰ বন্ধু দদায়েক-খুৰীয়েক। মাক-বাপেকক সৰুতে হেৰুৱাই দদায়েকৰ লগত থাকিয়েই জীৱনৰ প্ৰথম দহোটা বছৰ কটাই দিলে।

কিন্তু কাৰ বোজা কোনে বয়? দদায়েক-খুৰীয়েকৰ আমনি লাগিল। ভাত এগাল দিবলৈ হয়টো টান নাপায়; কিন্তু মেলেৰীয়া আৰু কিমান পুহিব? আৰু ধৈৰ্য্য নহ'ল। এদিন আহি দদায়েকে বৰুৱাৰ ঘৰত গতাই দিলেহি। এদিন দুদিনৰ কাৰণে বা বছৰেক ছমাহৰ কাৰণেও নহয়—একেবাৰেই। বৰুৱাই দিয়া ৰূপ ডেৰকুৰি হাত পাতি লবলৈ ধৰোতেই যেন হাতখন হঠাৎ কোঁচ খাই গ'ল— ককায়েকলৈ যেন মনত পৰিল।—বেয়া লাগিল। কিন্তু সি ক্ষন্তেকলৈহে। যাবৰ সময়ত মনটোত যেন কেনেকুৱা ভাব এটা হ'ল। ভাতিজা জীয়েকৰ গালে-মুখে হাত ফুৰাই কলে, "আই অ, ৰজনী। মই যাওঁগৈ দেই। তই কাম বন কৰি বং মনেৰেই থাকিবি। মই আকৌ আহিম গৈ।"

ৰজনীৰ চকুৰেদি টপ্ টপ্‌কৈ পানী ব'বলৈ ধৰিলে। উচুপনি আহিল। চকুৰ আঁতৰ নোহোৱালৈকে উভতি ঘৰমুৱা হোৱা দদায়েকলৈ চাই চকুপানী টুকিলে। তাইৰ গাৱঁলৈ মনত পৰিল। দদায়েকৰ ল'ৰা-ছোৱালী কেইটালৈ মনত পৰিল। সমনীয়া কজুৰীক লগ পাবলৈ প্ৰাণ যেন ছাটি-ফুটি কৰিবলৈ ধৰিলে। ভাবিলে, তাই নোহোৱাকৈ অকলে ধান বানি (বান্দি), খুৰীয়েকে দুখ পাইছে

চাগে। তাইৰ চকুৰ পানী যেন বন্ধই নহ'ব।

ৰজনীৰ নগৰৰ জীৱন আৰম্ভ হ'ল। প্ৰথমেই কিছুদিনলৈ চিকিৎসা চলিল। বেমাৰী দেহাৰে গৃহস্থক কি কাম কৰি দিব? বেমাৰো ক্ৰমে ভালৰ ফালে আহিল। দদায়েক-খুৰীয়েকৰ দৃঢ় বিশ্বাসৰ মূৰত কুঠাৰাঘাত কৰি ৰজনী জী ৰ'ল।

সচৰাচৰ গৃহস্থৰ ঘৰত, বিশেষকৈ ধনী গৃহস্থৰ ঘৰত, চাকৰণীৰ যেনে স্থান, যেনে ব্যৱহাৰ তাকে পাই ৰজনী এদিন দুদিনকৈ বৰুৱাৰ সংসাৰত খাপ খাবলৈ ধৰিলে। কিন্তু অশেষ চেষ্টা কৰিও ৰজনী ঘৰখনৰ কাৰো বুকুতেই সোমাব নোৱাৰিলে। সেই মাউৰা, দুৰ্বল, বেমাৰী ছোৱালীজনীৰ প্ৰতি কোনোৱেই যেন সদয় নাছিল। কাম যিমানেই নকৰক, ব্যৱহাৰ যেনেকুৱাই নহওক, দোষ ৰজনীৰ আছেই। ওলাওঁতে চৰটো, সোমাওঁতে গোৰটো সদায় আছেই। এদিন-বৰুৱাৰ হাইস্কুলৰ প্ৰথম শ্ৰেণীত পঢ়া বৰ পুতেক নিৰঞ্জনৰ ধুতি এখন ৰবৰ্ষুণত তিতিল। বৰুৱানীয়ে ৰুদ্ৰমূৰ্ত্তি ধৰিলে। পুতেকে মৰিয়াই মৰিয়াই চোতাললৈ নি চুলিত ধৰি চোতালৰ ইমূৰৰপৰা সিমূৰলৈকে চোঁচোৰালে। বেচেৰী অকণমান ছোৱালী এজনী! কি কৰিব? উচুপি উচুপি কান্দিবলৈ ধৰিলে। সান্ত্বনা দিবলৈকো ওচৰত কোনো নাই। কিন্তু তাইৰ কান্দোনত বৰুৱানীৰ ধৈৰ্য্যচ্যুতি হ'ল। মাত দিলে—"মনে মনে থাক অ! থেকেচি থেকেচি মুখখন ভাঙিম। অকৃতজ্ঞ! বেমাৰ ভাল কৰি প্ৰাণ ৰক্ষা কৰিলো—এই সাধাৰণ কথাটোতে ইমান কান্দিছ…।"

* * * *

এইদৰেই দিনৰ পিছত দিন ঘূৰি ৰজনী বৰুৱাৰ ঘৰত থকা পাঁচ বছৰ হ'ল। তাইৰ দেহত মেলেৰীয়াৰ চিন আৰু নাই। সেই মেলেৰীয়াই খোৱা দেহাটোত যেন সৌন্দৰ্য্যই আৰু নধৰে। প্ৰত্যেকটো অঙ্গইদি যেন সৌন্দৰ্য্য ফুটি উঠিছে। বহুতে সময়ত ভুল কৰে—"ইমান ধুনীয়া! বৰুৱাৰ ছোৱালী নেকি?

ঘৰত ডেকা ল'ৰা-গাভৰু চাকৰণী! বৰুৱানীয়ে বুজে ভাল হোৱা নাই। কিন্তু কামৰ সোৱাদেই বা এৰে কেনেকৈ? তাইক এঘৰত গতাই দিয়াৰ কথা বৰুৱানীয়ে ভাবিবই নোৱাৰে। বিয়া দি উলিয়াই দিলেই যে হাত ছিগিব! টকাৰ খৰছটো আছেই। দুই-একে বিয়া দি তাইক আঁতৰাই দিয়াৰ কথা ক'লেও বৰুৱানীয়ে শুনি ভাল নাপায়। ভাবে, মোৰ ঘৰত চাকৰণী থকাত চকু পুৰিছে। দুই-একক হয়তো টান মাতকেই দিয়ে—"মোৰ চকু আছে, উপদেশ নালাগে।"

আৰু কিছুদিন গ'ল। বৰুৱাৰ সংসাৰত ৰজনী আগৰ দৰেই আছেঁ। তাইৰ বাঢ়ি অহা বয়সেও তাইৰ প্ৰতি ঘৰখনৰ কাকো সদয় কৰিব নোৱাৰিলে। সেই টান মাত, সেই টান কথা, সেই একে কেটেৰা-জেঙেৰা। এইবোৰ শুনি শুনি তাই অৱশ্যে অভ্যস্ত হৈছিল। আগৰ নিচিনাকৈ এইবোৰ আৰু আজিকালি বৰকৈ গাত নালাগে। কেতিয়াবা হয়তো মাক-বাপেক নাই বুলি, দদায়েক-খুৰীয়েকে খবৰ নলয় বুলি খন্তেকলৈ মনলৈ বেজাৰ আহে। কিন্তু তেতিয়াই আকৌ আঁতৰ হয়। মিঠা মাত, মিঠা কথা, সহানুভূতি ৰজনীয়ে বুজি নাপায়।

কিন্তু ইয়াৰ মাজতো ৰজনীয়ে যেন কিবা এটা পৰিবৰ্ত্তন অনুভৱ কৰিলে। জীৱনটো যেন হঠাৎ ৰজনীৰ প্ৰতি মধুময় হৈ উঠিল। কিবা এটাই যেন অন্তৰত আনন্দৰ সৃষ্টি কৰিলেহি। ৰজনীয়ে এই পৰিবৰ্ত্তনৰ মাজেদি যেন আগৰ দুঃসহ জীৱনটো ভালকৈ দেখিবলৈ পালে।

বৰুৱাৰ আদৰৰ বৰ ল'ৰা নিৰঞ্জন বি, এ দি ঘৰত আছেহি। কৰিব লগা কাম হাতত একো নাই। অলস, সহজ, জীৱন। বন্ধুৰ লগত ৰসৰ কথা পাতিয়েই সময় কটাইছে। আৰুনো কৰিব কি? সময় যেনে তেনে কটাব লাগিবতো? বাপেক ডাঙৰ উকীল। মন্ত্ৰীমহলত যথেষ্ট খাতিৰ। হাকিমী গাদী পৰা আছে—

বহিবলৈহে বাকী। মুকলি ভৱিষ্যৎ, সুখী মন, স্বাস্থ্য ভৰা দেহ—মন উৰু উৰু।

এইবাৰ কলেজৰ পৰা অহাৰ পিছৰে পৰা ৰজনীৰ প্ৰতি নিৰঞ্জনৰ ব্যৱহাৰ যেন আগতকৈ বেলেগ। ৰজনীৰ চকুত এই পৰিবৰ্ত্তন নতুন যেন লাগিল। পৰিবৰ্ত্তনৰ হেতু বিচাৰিবৰ আৱশ্যক ৰজনীয়ে অনুভৱ নকৰিলে। প্ৰয়োজন নেদেখিলে। কিন্তু এই পৰিবৰ্ত্তনত ৰজনীয়ে যেন নতুন জীৱন পালে।

এদিন কোনেও নেদেখাকৈ নিৰঞ্জনে ভয়ে ভয়ে চকলেট কেইটা-মান ৰজনীৰ হাতত দি, ৰজনীৰ মুখলৈ খন্তেক পৰ চায়েই বেগা বেগিকৈ আঁতৰি গ'ল। সাধাৰণ এটা কথা। কিন্তু ৰজনীৰ বুকুখন ধপধপাই উঠিল। নিৰঞ্জনৰ খোজৰ ভঙ্গীত, ভয় জড়িত আওভাওত ৰজনীয়ে যেন নতুন কিবা এটা দেখিলে। ৰজনীৰ হাত-ভৰি কঁপি উঠিল।

বোকাত নামিবলৈ হয়তো টান। কিন্তু এবাৰ নামিলে বোকা লগাৰ ভয় হয়তো বোধকৰো আৰু নাথাকে। এদিন দুদিনকৈ ৰজনী নিৰঞ্জন আগবাঢ়িল। কোনেও বোধকৰো নাভাবিলে এই যাত্ৰাৰ শেষ ঠিক কোনখিনিত।··চিৰ লাঞ্ছিত, ঘৃণিত, দলিত ৰজনীৰ প্ৰাণ স্নেহ বিচাৰি আজি আকুল ব্যাকুল। সেই নিষ্ঠুৰ, নিৰ্মম, হৃদয়হীন ঘৰখনৰ প্ৰত্যেক বায়ুকণাতেই ৰজনীয়ে অনুভৱ কৰিলে স্নেহৰ শীতল পৰশ। ৰজনীয়ে বিচাৰিলে আনন্দ সুখৰ মদিৰা। ৰজনীৰ অন্তৰত দেখা দিলেহি অদমা স্নেহ তৃষ্ণা।···ৰজনী বিকৃত মস্তিষ্কা।··

সপোন খন্তেকীয়া। সুখস্বপ্ন ভাগি গ'ল। বৰুৱা-বৰুৱানীৰ সন্দেহ সত্যত যেতিয়া পৰিণত হ'ল, সকলো অপৰাধৰ গধুৰ বোজা অকল ৰজনীৰ ওপৰতে দি নিৰঞ্জন মোমায়েকৰ ঘৰ পালেগৈ।··· নিৰঞ্জন ৰক্ষা পৰিল। কিন্তু ৰজনী? ৰজনী যাব ক'লৈ? ৰজনীৰ আছেই বা কোন? সকলো অপৰাধৰ, সকলো কলঙ্কৰ চিন বুকুত বান্ধি লৈ মৰণ প্ৰতীক্ষা কৰি ৰজনী তাতেই ৰ'ল। বৰুৱানীয়ে

ৰণচণ্ডীৰ মূৰ্ত্তি ধৰিলে। দিক্-বিদিক্ জ্ঞান শূন্য হৈ কাঠ খৰি এডালেৰে শক্তিয়ে আঁটেমানে ৰজনীক মৰিয়ালে। "পাষণ্ডীয়ে মোৰ ল'ৰাটো নষ্ট কৰিলে, ঘৰখনলৈ কলঙ্ক আনিলে....।" পুতেকৰ নিৰ্দোষিতাই অৱশ্যে প্ৰমাণ হ'ল। বেচেৰী ৰজনী উপায়হীনা। নীৰৱে সকলো সহ্য কৰিলে। ভগৱানক মৰণ কামনা কৰি প্ৰাণ ভৰি মাতিলে। চকুৰ পানী শেষ নোহোৱালৈকে উচুপি উচুপি কান্দিলে।

* * * *

বৰুৱা কামৰ মানুহ। দোষ যাৰেই নহওক, সম্ভ্ৰম ৰক্ষা কৰিবই লাগিব। দোষ বিচাৰি সময় নষ্ট কৰাৰ লাভ নাই। ৰজনীক বিয়া দিব—বাধ্য হৈ গ'ল। মানুহ বিচাৰিলে। বিয়াৰ নামত ৰজনী অৱশ্যে সুখী নহ'ল। কিন্তু আপত্তিও নকৰিলে। ৰজনীয়ে জানে আপত্তিৰ ফল নধৰে। মৰণৰ বাহিৰে ৰজনীয়ে আৰু আন পথ নেদেখিলে।...বৰুৱাই ভাবিলে বিয়া দি উলিয়াই দিলেই আপদ গুচিব, কেলেঙ্কাৰীৰ হাত সাৰিব পাৰিব। কিন্তু বৰুৱানীয়ে জনালে আপত্তি "তাই ওলাই গ'লেই মোৰ হাত ছিগিব। ইমান এখন ঘৰ মই অকলে চলাব নোৱাৰো।" ঠিক হ'ল ৰজনীক বিয়া দিব, কিন্তু উলিয়াই নিদিয়ে।

বৰুৱাৰ টকা আছে। মানুহ পাওঁতে সৰহ সময় নালাগিল। ৰজনীৰ ভাৰ মহাবীৰে কান্ধপাতি ল'লেহি। স্বামীৰ চেহেৰাত, মাত-কথাত ৰজনীৰ প্ৰাণ আনন্দত নাচি নুঠিল। অনিচ্ছুক প্ৰাণত বিদ্ৰোহৰ জুই জ্বলি উঠিল। কিন্তু উপায় কি? বিধিৰ নিৰ্ব্বন্ধ? দুচকু যেন ফাটি পানী ব'বলৈ ধৰিলে। ৰজনীৰ অন্তৰত বৰুৱানীৰ বোৱাৰী হোৱাৰ দুৰাশা নাছিল। কিন্তু খন্তেকৰ ভুল—খন্তেকৰ মোহ। শোকে থুন্দা মাৰি ধৰিলেহি। চকুত সোমাই কোনেও গম নোপোৱাকৈ উচুপি উচুপি কান্দি বেচেৰীয়ে অন্তৰৰ দুখৰ বোজা পাতলাবলৈ চেষ্টা কৰিলে। কিন্তু তাইৰ এই

হিয়া ভগা কান্দোনৰ মৰ্ম্মভেদী অৰ্থ বৰুৱানীয়ে নুবুজিলে। ভাবিও নাচালে। তাইৰ কান্দোনৰ গম পাই বৰুৱানীৰ ধৈৰ্য্যৰ বান্ধ যেন ছিগি গ'ল। চকুত সোমাই থকা ৰজনীক গোৰ এটা মাৰিলেগৈ— "তাইৰ আকলটো চোৱা, বাওনা হৈ চন্দ্ৰ বিচাৰে। মই সাপ পুহিছো····।

দুৰ্বল ৰজনীৰ দেহটো শাসনৰ ভিতৰলৈ আহিল; কিন্তু, বিদ্ৰোহী মনক শাসন কৰে কাৰ সাধ্য? তুমাহৰ পিছতেই বেচেৰা মহাবীৰ আঁতৰ হ'ল। সংসাৰ কৰি জঞ্জালত সোমাবলৈ সি আৰু ভাল নাপালে। মহাবীৰ আৰু মাহেকৰ আগতে যোৱা হ'লেও বোধকৰোঁ কাৰো বেজাৰৰ কাৰণ নহ'লহেঁতেন তাৰ দ্বাৰা যি হ'ব পাৰে সি সেইটো কৰি দি গ'ল। মহাবীৰৰ আৰু প্ৰয়োজন নাই। বৰুৱাৰ মান ৰক্ষা হ'ল। কলঙ্কৰ কালিমা বৰুৱাৰ বংশৰ পৰা সি মচি দি গ'ল।

মহাবীৰ গ'ল; কিন্তু কিছুদিনৰ পিছত মহাবীৰৰ ল'ৰা এটাও হ'ল। অৱশ্যে মৰা ল'ৰা, ৰজনীয়ে কান্দিলে। শেষ আশ্ৰয়ো নিদাৰুণ বিধিয়ে কাঢ়ি নিলে। বৰুৱা-বৰুৱানীয় ভালেই পালে। সন্দেহৰ আৰু এটা কাৰণ আঁতৰ হ'ল।

* * * *

মহাবীৰে যে বৰুৱাৰ অকল মানেই ৰক্ষা কৰিলে এনে নহয়, মহাবীৰে বৰুৱা-বৰুৱানীক এই কথাও শিকাই গ'ল যে ৰজনীৰ দেহটোৰ লোভ দেখুৱাই এটা চাকৰক সদায় এনেয়ে বোৱাবও পাৰি। ৰজনীৰ কাৰণে আকৌ মানুহ বিচাৰিলে। গাভৰু ছোৱালী, উপযুক্ত বয়স হৈছে, এটাক গতাই দিয়াই ভাল।

এইবাৰ আহিল উৰীয়া ডেকা হৰিপদ। ৰজনীয়ে সংসাৰ কৰিবলৈ আপত্তি কৰিলে। তাইৰ আপত্তি শুনে কোনে? আপত্তিৰ মূল্যই বা কিমান? মালিকৰ হুকুম সংসাৰত থাকিলে সংসাৰী হ'বই লাগিব। সেই ৰাতি যেতিয়া থং কৰি ৰজনী শুবলৈ যোৱা নাছিল,

বৰুৱানীয়ে নিজেই ৰজনীক গতিয়াই নি তাইৰ শোৱনি-ঘৰত সুমুৱাই দি নিজেই দুৱাৰখন বন্ধ কৰি দিছিল।

মানুহে দেখিলে ৰজনীৰ নতুন সংসাৰ সুখতেই গৈছে। কিন্তু কোনেও অভাগীৰ ভিতৰৰ সম্ভেদ ল'বলৈ চেষ্টা নকৰিলে। তাইৰ অন্তৰত জ্বলি থকা তুঁহ জুই কুৰাৰ কিমান তাপ সেইটোৰ কোনেও বিচাৰ নললে। ৰাতিৰ পিছত দিন হৈ, এদিনৰ পিছত দুদিনকৈ কেবামাহো পাৰ হৈ গ'ল। হৰিপদ-ৰজনীয়ে বৰুৱা-বৰুৱানীৰ সংসাৰত টাকুৰীৰ দৰে ঘূৰিবলৈ ধৰিলে।

নিৰঞ্জন এম, এ পাছ কৰি ঘৰতে আছেহি। আগতকৈ গহীন। ৰজনীৰ কাৰণে মনত কষ্ট পায়নে নাপায় ক'ব নোৱাৰি। কিন্তু দেউতাক আৰু মাকৰ বুদ্ধিৰ প্ৰশংসা হ'লে মনে মনে নকৰি নোৱাৰিলে। ৰজনীয়ে সংসাৰ কৰাত নিৰঞ্জনে ভালেই পাইছে। ৰজনী আৰু নিৰঞ্জনৰ মাজত গৃহস্থ আৰু চাকৰণীৰ সমন্ধ সমান ভাবেই চলি আছে। বৰুৱানীৰ হুকুম মতে ৰজনীয়ে ভৰি ধুওৱাৰে পৰা আৰম্ভ কৰি নিৰঞ্জনৰ বহুতখিনি আলপৈচানেই এতিয়াও ধৰিব লাগে। কাৰণ বিপদৰ আশঙ্কা, বৰুৱানীয়ে জানে, আৰু নাই।

নিৰঞ্জন আৰু আগৰ সেই নিৰঞ্জন হৈ থকা নাই। এম, এ পাছ কৰিলে, সংসাৰৰো বহুত কথা শিকিলে। নিৰঞ্জনৰ মোহ আঁতৰি গৈছে। ৰজনীক আৰু ভাল নলগা হ'ল। ৰজনী চাকৰণী। দেখিবলৈকো কুৎচিত। নিৰঞ্জনৰ এই অৱজ্ঞাৰ ভাৱ। এই নিষ্ঠুৰতা ৰজনীয়েও অনুভৱ কৰিছিল। বেজাৰত তাইৰ বুকু যেন ফাটি গৈছিল। কিন্তু উপায়ো নাছিল···। জীৱনত স্নেহ প্ৰথম পাইছিল এই নিৰঞ্জনৰ পৰাই। নিৰঞ্জনক পাহৰে কেনেকৈ? ৰজনীয়ে আৰু ভাবিব নোৱাৰা হয়। চকুৰ পানী টোকে। কেতিয়াবা ভাৱে ক'ৰবালৈ আঁতৰি যায়গৈ। কিন্তু ক'লৈ নাজানে। সেই বিকৃত মাতৰ উৰীয়াটোক লৈ কোন লাজেৰেনো লোক সমাজলৈ ওলাই যায়? মন-প্ৰাণ দি তাক ভালেই বা পায় কেনেকৈ? মৃত্যুৰ

বাহিৰে ৰজনীয়ে আৰু আন উপায় নেদেখে।

কিন্তু যেতিয়াই দেখিলে যে নিৰঞ্জনৰ অৱজ্ঞা, আওহেলা, ঘৃণা ক্ৰমাত বেছিহে হৈ আহিছে তেতিয়া ৰজনীয়ে দেখিলে যে এই উৰ্বীয়াইহে বিপদৰ বন্ধু। সেই উৰ্বীয়াকেই ৰজনীয়ে মন-প্ৰাণ দি ভাল পাবলৈ চেষ্টা কৰিলে। কিন্তু যেন নোৱাৰিলে। কিবা এটা যেন ঘৃণা ভাৱে ৰজনীক আগুৱাবলৈ নিদি বাধা দি ৰাখিলে। নিজৰ মনৰ অৱস্থা ৰজনীয়ে বুজিলে। মনলৈ ভাৱ আহিল "কি জানি আঁতৰি ক'ৰবালৈ গ'লেই এই ঘৃণা ভাৱ দূৰ হয়। কিজানি সেই উৰ্বীয়াকেই ভাল পাব পাৰে।"

এদিন ৰাতি হৰিপদক ক'লে "ইয়াত আৰু কিমান দিন থাকিবা? অইন কৰবালৈ যাওঁগৈ বলা?"

হৰিপদে উত্তৰ দিলে "ক'লৈ যাবি? ঘৰ নাই, টকা-পইচা নাই।

ৰজনীয়ে ভাৱিলে, "ঠিকেই।"....আঁতৰলৈ যোৱা কথা ৰজনীয়ে মনৰ পৰা পৰিত্যাগ কৰিলে। কিন্তু অশান্তি যেন বাঢ়িলহে।

নিৰঞ্জনৰ বিয়া। দৰাই নিজে চাই ছোৱালী পছন্দ কৰিছে। বৰুৱানীৰ গাত তত নাই। বৰপোৰ বিয়া। নিৰঞ্জনৰ উগুল মুগুল মনৰ আনন্দ ভাৱ কথাই-বতৰাই, ভাৱে-ভঙ্গীয়ে প্ৰকাশ হৈ ঘনাই যেতিয়া ৰজনীৰ চকুত আৰু কাণত পৰিল তাইৰ অন্তৰত লুমাই থকা ঈৰ্ষা বহ্নি যেন দপ্‌দপ্‌ কৰে জ্বলি উঠিল। নিৰঞ্জনৰ প্ৰতি যেন আস্থা কমি গ'ল। গোটেই ঘৰখনেই কণ্টকময় যেন লাগিল। দিন যেন আৰু নাযায়। বিয়া উপলক্ষে হোৱা আনন্দ কোলাহলে ৰজনীৰ বুকুত শেলে বিন্ধাদি বিন্ধিবলৈ ধৰিলে। ৰজনীৰ দলিত আত্মাই বিচাৰিলে স্বাধীনতা—বিচাৰিলে মুক্তি। কিন্তু সন্মুখত বহুত বিধিপথালি।

এই ঘৰখনৰ কাৰো বুকুতেই আজি আঠ বছৰে সোমাব নোৱাৰিলে। যি নিৰঞ্জনকেই আপোন বুলি ভাৱিছিল। সিও বিশ্বাসঘাতকতা কৰি শিয়ালৰ দৰে আঁতৰি গ'ল। মনৰ দুখ

পাতলাবলৈ ইয়াত যে কোনোৱেই নাই। যিবা দদায়েক এটা আছে সিও খবৰকে নকৰা হ'ল। বৰুৱাৰ ঘৰত গতাই দিয়েই যেন ৰক্ষা পালে।

বিয়াৰ চাৰিদিন আগত ৰজনী গ'ল ওচৰতে মালতী বুঢ়ীৰ ঘৰলৈ। এই বুঢ়ীয়ে ৰজনীৰ অন্তৰৰ বহুত খবৰকে ৰাখে! আপদে-বিপদে মালতী বুঢ়ীয়েই একমাত্ৰ শান্তনাৰ স্থল। ৰজনীয়ে বিচাৰিলেগৈ মূৰটো থবলৈ অকণমান এডোখৰ ঠাই। বৰুৱাৰ ঘৰৰ দুঃসহ জীৱন টানি যেন আৰু ফুৰিব নোৱাৰে।····

····ৰজনীয়ে কান্দি পেলালে। মালতীয়ে শান্তনা দিলে।

* * * *

জোৰনৰ আগদিনা ৰাতি ৰজনী হৰিপদক লৈ পলাই গ'ল। দদায়েকৰ ঘৰলৈ নহয়—মালতী বুঢ়ীৰ দূৰ সম্পৰ্কীয় বায়েক গোবৰ্দ্ধনৰ মাকৰ ঘৰলৈ। ভৱিষ্যৎ দকৈ ভাবিবলৈ ধৈৰ্য্য নহ'ল—সময় নাপালে। বৰ্ত্তমানৰ দুঃসহ বোজাৰ ভাৰ গাত ল'বলৈ অকৰ্ম্মণ্য এটা সাবথি লৈ ৰজনীয়ে অন্ধকাৰত ভৰি দিলে।

এজনী চাকৰনী তাইৰ ইমান সাহ! বিয়াখন আগত দেখিও তাই এনে কাম কৰে। বৰুৱা-বৰুৱানীৰ আত্মাভিমানত আঘাত কৰিলে। ভাবিলে সমাজৰ মাজত যেন সৰু হৈ গ'ল। বৰুৱাই হৰিপদৰ বিৰুদ্ধে থানাত খবৰ দিলে। মোকৰ্দ্দমা হ'ল, বৰুৱাই নিজেই তদবিৰ কৰিলে। চুৰি কৰা অপৰাধত অভিযুক্ত হৈ হৰিপদ বছেৰেকলৈ জেললৈ গ'ল।

ৰজনীক আনিবলৈ চেষ্টা কৰিলে। কিন্তু বৰুৱাৰ শত চেষ্টা ব্যৰ্থ কৰি ৰজনী আঁতৰি গ'ল। ৰজনীক বৰুৱাই আনিব নোৱাৰিলে। ৰজনী নাহিল। ৰজনী মুক্ত ৰজনী স্বাধীন। বৰুৱাৰ ব্যৱহাৰত ৰজনীৰ বুকু ভাগি গ'ল। মানুহ সমাজৰ প্ৰতি অন্তৰত

বিদ্ৰোহ সৃষ্টি হ'ল। প্ৰতিহিংসাৰ জুইয়ে ৰজনীক পুৰিবলৈ ধৰিলে। ৰজনীৰ হিতাহিত জ্ঞান লোপ পালে।

* * * *

শেষ সম্বল হেৰুৱাই ৰজনীৰ মনৰ বল ভাগি গল। আজি তাই দিক্‌হাৰা। পেটত ভোক মনত অশান্তি, সমাজত উৎপীড়ন। ভাবিলে "দেহাটোৰ মূল্যই বা কি? বয়স এতিয়াও অটুট। এতিয়াও দেহ ভৰা সৌন্দৰ্য্য।" প্ৰলোভনৰো অভাৱ নাই। ৰজনী নামি গ'ল।

সমাজৰ বহুত গণ্য-মান্যই আশ্ৰয় দিবলৈ বাহু মেলি লৰি আহিল। ৰজনীৰ প্ৰয়োজন বাঢ়ি গ'ল। ৰজনীৰ মূল্য বেছি হ'ল। চিৰ লাঞ্ছিত, ঘৃণিত স্নেহ ক্ষুধাতুৰা ৰজনীৰ চকুত চমক লাগিল। সুখৰ মদিৰা চকুঁৰ আগত তিৰবিৰাই উঠিল।....ৰজনী আৰু উঠিব নোৱাৰিলে। লোকচক্ষুত ৰজনী হল ভ্ৰষ্টা।

কত আহিল, কত গ'ল! সুখৰ যেন অন্তই নপৰিব! এই চাকৰণীৰ হাতত কিমানে নাচিলে—কিমানে কান্দিলে—কিমানে হাঁহিলে। কিন্তু সকলো সাৰি গ'ল। পবিত্ৰ সমাজৰ মাজত পাপৰ আৱৰ্জ্জনা ধুই সকলোৱেই পৱিত্ৰ হৈ নিজৰ নিজৰ স্থান অধিকাৰ কৰিলেগৈ।

কিন্তু বেচেৰী! শেষ পৰিণাম কুৎচিত ব্যাধি। এটা এটাকৈ কুকুৰৰ দৰে সকলো আঁতৰি গল। হিয়া ভাগি যোৱা করুণ কাকুতিয়ে কাকো ওচৰলৈ আনিব নোৱাৰিলে। কোনো নাহিল। আশ্ৰয় বিচাৰি গ'ল—বলিয়া কুকুৰৰ দৰে, খেদি দিলে। উপায় নাই! দিন আৰু নাযায়। মান-অপমান, লাজ-অভিমান আঁতৰি গল। ভিক্ষা পাত্ৰ লৈ দুৱাৰ মুখে দুৱাৰ মুখে ঘুৰিলে। এমুঠি ভাত, এটা পইচা, এখন ফটা কাপোৰ—তাকেই যেন নিদিব। সিও কিমান দিনলৈ। চলন শক্তি কমি আহিল। চপৰা-চপৰ এসময়ৰ সেই সুন্দৰ সুঠাম লনি দেহটোৰ মঙহ খহিবলৈ ধৰিলে। ৰজনী অস্পৃশ্যা। যাৰ অনুগ্ৰহত অকণমানি ঠাই পাইছিল, সিও খেদি দিলে। মৰিলেই

আপদ বাঢ়িব। মূৰত আকাশী স্বৰগ ভাগি পৰিল। উপায়? চৰকাৰী আলিবাট—তাৰ পৰাও যদি খেদি দিয়ে?

শেষ আশ্ৰয় ললেহি ৰাজ আলিবাটত। বাটৰুৱাই পালে আমনি, পাৰিলে গালি, পেলালে থু। মনলৈ ধিক্কাৰ আহিল। ভগৱানক কাতৰ কণ্ঠে মাতিলে "হে ঈশ্বৰ! এই অসহনীয় জীৱনৰ পৰা মুক্তি দিয়া।"

মনৰেই দুৰ্ব্বলতা? মনত পৰিল নিৰঞ্জনলৈ, বিপিন বৰুৱাৰ ঘৰলৈ। ভাবিলে কি জানি বা আশ্ৰয় দিয়েই। অতীতৰ অপৰাধ কি জানি বা পাহৰি গ'ল। দদায়েকৰ ঘৰলৈ যাবলৈ শৰীৰত আৰু শক্তি নাই।

গোটেইছোৱা বাট, চুচৰি চুচৰি আহোতেই সন্ধ্যা লাগিল। আৰু আগ বাঢ়িবলৈ দেহত শক্তি নাই। বৰুৱাৰ ঘৰৰ ওচৰৰ গছজোপাৰ এন্ধাৰতে ৰ'লহি। দেহ যেন আৰু আগুৱাই যাব নোখোজে। দেহ-মন জুৰি আহিল অৱসাদ। মুহূৰ্ত্ততে অতীতৰ বহুত কথাই যেন বিজুলীৰ দৰে আগেদি চকমকাই গ'লহি। অন্তৰজুৰি কান্দোনৰ ৰোল উঠিল। হঠাৎ কাণত পৰিলহি বৰুৱাৰ ঘৰৰ পৰা অহা হাঁহিৰ ৰোলৰ শব্দ—অন্তৰৰ কান্দোন যেন বন্ধ হৈ গ'ল। আকৌ শুনিলে হাৰমনিয়ম বজাই কোনোবাই গোৱা মধুৰ সঙ্গীতৰ ধ্বনি। গীতৰ সুৰত যেন এটা এটাকৈ অতীত স্মৃতি মনৰ মাজত সজাগ হ'লহি। সেই দুৰ্বল, ভাগি চূৰ্ণ-বিচূৰ্ণ হোৱা হিয়াখনত প্ৰতিহিংসা যেন আকৌ জাগি উঠিল। বিদ্ৰোহৰ ধুমুহাত হিয়াখন যেন কঁপিবলৈ ধৰিলে।

এনেতেদেখিলে বৰুৱাৰ ঘৰৰ পৰা এজন ডেকা মানুহ এগৰাকী মহিলাৰ হাতত ধৰি ওলাই আহিছে। অলপ আহিয়েই মহিলা গৰাকীয়ে মাত দিলে।

"সেইটো কি?"

পুৰুষজনে মাত দিলে, "ক'ত?"

"সেই গছজোপাৰ তলত।"

মহিলা গৰাকীৰ কথাৰ লগে লগেই পুৰুষ গৰাকীয়ে তেওঁৰ হাতত থকা টৰ্চ্চ লাইটটোৰ পোহৰ সেইফালে পেলাই দিলে। লাজত ৰজনীয়ে কুৎচিত মুখখন ঢাকিবলৈ চেষ্টা কৰিলে। পুৰুষ গৰাকীয়ে টৰ্চ্চটো মুমাই ক'লে, "এইজনী ইয়াৰে বেমাৰী মানুহ এজনী।" আৰু বেছি একো নকৈ পুৰুষ গৰাকীয়ে মহিলা গৰাকীক লগত লৈ গুচি গ'ল।

ৰজনীৰ অন্তৰত প্ৰলয়ৰ সৃষ্টি হ'ল। যাক আশা কৰি আজি গোটেই দিনটো চুচৰি চুচৰি আহিছে তাৰ এই ব্যৱহাৰ! যাক আশ্ৰয় কৰি, যাৰ মিছা কথাত ভোল গৈ জীৱনত প্ৰথম ভুল কৰিছিল 'তাৰ আজি এই সম্ভাষণ! ৰজনীয়ে আৰু ভাবিব নোৱাৰিলে। বুকুখনত যেন কিবা এটা হ'ল। বুকুখন ধৰফৰাই উঠিল।

সেই অন্ধকাৰৰ মাজেদিয়েই চুচৰি চুচৰি আকৌ আগুৱাবলৈ ধৰিলে, ক'লৈ ক'ব নোৱাৰে। শৰীৰত আৰু শক্তি নাই। কিমান আগুৱাব! হে ঈশ্বৰ! আৰু কিমান দি? চাওঁতে চাওঁতেই সন্মুখৰ আকাশ মেঘে আগুৰি পেলালে। বিজুলীৰ চমকত যেন প্ৰাণ উৰি যায়।....মৃত্যুকামী ৰজনী! কিন্তু তাইৰ ভয় লাগিল। মৃত্যু, কোনে জানে মৃত্যু সুখলৈ নে দুখলৈ? মৃত্যুৰ পিছতেই বা কি? হে ঈশ্বৰ! বৰযুণ পৰিবলৈ ধৰিলে কলহৰ কাণে দিহে যেন পানী ঢালিছে।

বৰষুণ গ'ল। কাপোৰ-কানি তেনেই তিয়াই পেলালে। গাত জ্বৰ নেকি? ডিঙিটো বন্ধ হৈ গৈছে। বকুখন! বুকুখন যেন কেনেবা কেনেবা লাগিছে। হে ভগৱান, হে ঈশ্বৰ!..

সেই নিশাই ৰজনীয়ে পপীয়া দেহটো ৰাজআলিৰ ওপৰতে থৈ গুচি গ'ল। ৰজনীৰ মৃত্যুতে কাৰো ক্ষতি নহ'ল—কোনেও অকনো বেজাৰ নাপালে। সেই বিকৃত দেহটো দেখি কোনেও বুজিব নোৱাৰিলে যে সেইটো পলৰীয়া অসতী পতিতা ৰজনীৰেই ...

সেইদিনা গোটেই দিনটোলৈ পাৰাটোত আন সকলো কথা তল

পৰি এই একেটা কথাই ঘৰে ঘৰে অলোচনা হৈছিল। শিক্ষিত মহলৰ যিসকল কিছু ভাব প্ৰৱণ সেইদিনা তেওঁলোকে সৃষ্টিতত্ত্ব, কৰ্মফলৰেপৰা আৰম্ভ কৰি যৌনতত্ত্ব, অৱলা আশ্ৰম, "পুৱৰ ফণ্ড"ৰ নিচিনা বিষয়বোৰ আলোচনা কৰি একোটা একোটা সিদ্ধান্ত লৈ আহিছিল।....নাৰীমহলৰ আলোচনা পুৰুষসকলৰ নিচিনা ওখ থাপৰ নাছিল যদিও সেই আলোচনাত বহুত নিগূঢ় তথ্যই অৱশ্যে বাহিৰ হৈছিল।*

* ৯ম বছৰ ১০ম সংখ্যা আৱাহনত প্ৰকাশিত। ১৮৬০ শক।

# নিয়তি

বহল আলিটোৰ পাৰৰ বাঁহেৰে ঢাকখোৱা জুপুৰি ঘৰটোৰ আগফালৰ পিৰালিত অভ্যাস মতে কমল আজিও বহিলহি। ঠিক আগৰদৰেই সেই জীৰ্ণ দেহটো, ময়লা ফটা চোলা-চুৰিয়া যোৰ, বাঁহৰ লাখুটিডাল, সাত তাপলি মৰা কেনভাচৰ জোতাযোৰ আৰু ঘনাই মৰা শুকান কাহটো। আজিও সাঁজ লগালৈকে বাটৰ মানুহ চালে। চিনাকি কাৰোবাৰ লগত মাজে-সময়ে হয়তো দুই 'এষাৰ কথাও পাতিলে; কিন্তু আন দিনৰ দৰে সাঁজ লগাৰ লগে লগেই আজি কমল ভিতৰলৈ আৰু নগ'ল। আজিও বৰুৱাৰ গোসাঁই ঘৰত আন দিনৰ দৰে আৰতিৰ ডবা, শঙ্খ বাজি গ'ল; ওচৰৰ প্ৰায় ঘৰে ঘৰেই সন্ধ্যাৰ চাকি জ্বলি উঠিল; কিন্তু কমল বহাৰ পৰা আৰু নুঠিল। কমলৰ চকু আলিবাটত। কমলে চেষ্টা কৰিছিল। সন্ধ্যাৰ ঘনাই অহা অন্ধকাৰ ঠেলি। দূৰৈৰ আলিবাটত কিবা এটা চাবলৈ; কিন্তু কমলৰ সকলো চেষ্টা ব্যৰ্থ কৰি ক্ষীণ দৃষ্টি শক্তি বেছি আৰু আগুৱাব নুখুজিলে। অগত্যা কমল আলিলৈ আহিবলৈ বুলিয়েই থিয় হ'ব খুজিলে; কিন্তু থিয় হ'বলৈ নৌ পাওঁতেই, কমলৰ কাণত পৰিলহি "আপুনি ভিতৰলৈ নাহে কিয়?"

হাতত চাকি এটা লৈ চম্পা ওলাই আহিল। কমলে উভতি চালে। চকুত পৰিল, চাকিৰ পোহৰত চম্পাৰ মুখখন। কমলে যেন আজি বহুত দিনৰ মূৰত চম্পাৰ মুখখন নতুনকৈ দেখিলে। মুখখন শেতা। চকু পৰিল, চম্পাৰ সেই ডাঙৰ ডাঙৰ চকু দুটাত। চকু দুটা যেন ম্লান। আগৰ সেই জ্যোতি এই চকু দুটাত যেন আৰু নাই। যৌৱনৰ অস্থিৰ চঞ্চলতাৰ পৰিচয় এই চকু দুটাই যেন আজি

আৰু নিদিয়ে। কমলে দেখিলে, ৰাতিপুৱাই মাজ কপালত লোৱা সেন্দুৰৰ ফোঁটটো এতিয়াও একেবাৰে মচা যোৱা নাই। গোটেই দিনটোৰ নানা উৎপাত, নানা অত্যাচাৰ সহিও সি যেন এতিয়াও জিলিকি থাকিবলৈ পাহৰা নাই। কমলে বুজিলে, অযত্নত ধুনীয়া মুখখনৰ কেঁচা সোণৰ বৰণটোও মলিন হৈ গৈছে। আগৰ সেই সুন্দৰ গোলাপী গাল দুখনো আৰু নাই। গাল দুখন ভাগি গ'ল। দীঘল তিল ফুলৰ দৰে নাকটোও যেন আগৰ নিচিনাকৈ আৰু ধুনীয়া হৈ থকা নাই। মূৰৰ চুলিবোৰ আউল-বাউল, শুকান। দেখিলেই বুজিব পাৰি, যত্নৰ অভাৱ। কমলে জীৱনত যেন আজি প্ৰথম গম পালে, চম্পা ফুল মৰহি গ'ল। কমলৰ নিজৰ অজ্ঞাতেই হুমুনিয়া এটা পৰিল।

কমলে এইদৰে মুখলৈ চাই থকাৰ কোনো অৰ্থ নুবুজি চম্পাই প্ৰশ্ন কৰিলে, "কি চাইছে ?"

কমলে উত্তৰ দিলে, "তুমি কিমান যে খীণালা !"

"মই খীণোৱাটো এৰকছোন ; ছোৱালী দুজনী যে এতিয়াও নোলালহি।"

"সিহঁতলৈ বাট চায়েই মই ইমান পৰ বহি আছোঁ। আজি কাৰ ঘৰলৈ পঠিয়াইছিলা ?"

"হাকিমনীৰ তালৈ। সিদিনা উকীলৰ ঘৰত দেখি তেৱেঁই হেনো সিহঁতক তেওঁৰ তালৈ মাতি গৈছিল। সেই দুপৰীয়াই খোৱা চাহ-মুড়িৰেই গোটেই দিনটো গ'ল। এতিয়াও ছোৱালী দুজনী নোলালহি।"....

"মাই"—ৰাস্তাৰ পৰা মাত আহিল। "মাই, ভোক লাগিছে, কি আছে দে অই।" প্ৰায় একে সমবয়সীয়া যেন দুজনী ছোৱালী লৰি ওলালহি। এজনীৰ বয়স সাতৰ ওপৰ, আনজনীৰ প্ৰায় ছয় বছৰ।

"তহঁতৰ ইমান পলম হ'ল কিয় ?" চম্পাই সুধিলে।

"হাকিমনী ঘৰত নাছিল আক।" ডাঙৰ ছোৱালীজনীয়ে উত্তৰ দিলে।

"গুচি নাহিলি কিয়?" কমলে মাত দিলে।

"ই মায়ে খং কৰিব যে।"

"হাকিমনীক পালি? কি দিলে?" চম্পাই প্ৰশ্ন কৰিলে। "আমাক দেখি হাকিমনীয়ে ক'লে, 'অ' তহঁত আহিছ, বাৰু বহ'। আমি বহি আছোঁ আৰু। তাৰ পিছত এইটো দিলে।" ডাঙৰ ছোৱালীজনীয়ে মাকৰ হাতত ছৰতীয়া এটা দিলে।

ছৰতীয়াটো হাত পাতি লৈ চম্পাই ক'লে, "তেওঁ ইয়াকে দিবলৈহে ইমানকৈ মাতিছিল। আৰু কেই অনামান বেছিকৈ দিয়া হ'লে তেওঁনো কি দুখীয়া হ'লহেঁতেন। তেওঁৰ দেখোন খাওঁতাই নাই। দিনটোও এনেয়ে গ'ল।"

"মাই, ভোক লাগিছে অই...." সৰু ছোৱালীজনীয়ে কান্দিছিল— "কি আছে দেহি।"

চম্পাৰ অন্তৰখন যেন পুৰি গ'ল। ঘৰত আছেই বা কি, দিয়েই বা কি! খুদকণ এটাও যে ঘৰত নাই। চম্পাৰ চকুৰ পতা দুখন যেন অকণমান ভিজি গ'ল। অতি কষ্টেৰে ধৈৰ্য্য ধৰি চম্পাই ক'লে— "অকণমান সময় ৰ মোৰ আই! মই এতিয়াই ভাত ৰান্ধি দিম।"

কিন্তু চম্পাই জানে আজি ঘৰত খুদকণ এটাও নাই। ক্ষুধা কাতৰ সন্তানক এইদৰে প্ৰবোধ দি ৰখাৰ বাহিৰে চম্পাৰ অইন উপায় আৰু নাছিল।

চম্পাই এতিয়াই ভাত ৰান্ধি দিব বুলি কোৱা শুনিয়েই হবলা কমলে প্ৰশ্ন কৰিলে, "ঘৰত জানো চাউল আছে?"

তাকেইতো; এই ৰাতিখন কাকনো এতিয়া দোকানলৈ পঠিয়াওঁ? ছোৱালী দুজনীক পঠিয়াবলৈ সিহঁতে ভয় কৰিব।"

"মাই অই!" সৰু ছোৱালীজনীয়ে আকৌ চিঞৰি উঠিল।

"মই এতিয়াই ভাত ৰান্ধি দিম; অকণমান সময় দেউতাৰৰ গাটো

পিহি দেগৈ ।···আপুনি ভিতৰলৈ আহক ।”

চম্পা ভিতৰলৈ সোমাই গ’ল । চম্পাৰ কথামতে কমল বহাৰ পৰা মুঠিল । কিন্তু অল্প সময়ৰ পিছতেই মাত দিলে—“চাওঁ শুনাচোন ।”

চম্পা ওলাই আহিল । কমলে প্ৰশ্ন কৰিলে “চাউলৰ কি দিহা কৰিলি ? ধনৰ মাকৰ তালৈ যোৱা নে কি ?”

চম্পাই কমলৰ প্ৰশ্নৰ উত্তৰ নিদিলে । কমলৰ যেন খং উঠিল—“কিয়, মই তোমাক ধনৰ মাকৰ তালৈ যাবলৈ মানা কৰিছিলো নহয় ? তাই মানুহজনী ভাল নহয় বুলি তোমাক আৰু কিমান ক’ম ? সেইদিনা তাই পঠিয়ালে সেই মাৰোৱাৰীটো, আজি পঠিয়াইছিল চিপাহী এটা ; বৰবোপাৰ জয়গানটো আছেই ।”

কমলৰ কথা শেষ হবলৈ নাপালে । চম্পাই উত্তৰ দিলে, “আপুনি যে ইমান খং কৰিছে, ধনৰ মাকৰ সহায় নোলোৱাকৈ আপোনাৰ ঘৰখনেই বা চলে কেনেকৈ ? এতিয়া চাউল কেইটাকে নো আনি দিয়ে কোনে ?”

চম্পাৰ কথাকেইটাৰ সত্যতা উপলব্ধি কৰিয়েই যেন কমলৰ লাহে লাহে উঠি অহা খংটো হঠাতেই আকৌ দমি গ’ল । আগতকৈ সংযতভাৱে কমলে ক’লে—“মই সকলো বুজিছোঁ, তোমাক সাৱধান কৰিবলৈ এইখিনি কথা ক’লো । কানিৰ লগত তাই কৰিব নোৱাৰা কাম একোৱেই যে নাই । সেইবোৰ গাৱঁৰ পৰা কোনোবা ছোৱালী এজনী আনি মাহেক ৰখায়ে কি হুলস্থুলখন লগালে দেখিছিলাই নহয় ? ঘৰ কেইটাও জানিবা সেইবাৰেই ভাল কৰি ল’লে ।····এইবাৰ তাই চকু দিছে তোমাৰ ওপৰত ।”····

তললৈ মূৰ কৰি চম্পাই শুনি গ’ল । কোনো উত্তৰ নিদিলে । লাজ আৰু অপমানে চম্পাৰ নাৰীসুলভ মৰ্য্যাদা যেন নিৰ্দয়ভাৱে··· কৰি চম্পাক হেঁচিধৰি মাটিৰ লগত লগ লগাই দিব খুজিলে । চম্পাক নিৰুত্তৰ হৈ আৰু কিছুপৰ থিয় দি ৰ’ল । কিবা যেন ভাৱিলে । তাৰ

পিছত আকৌ লাহে লাহে ভিতৰলৈ সোমাই গ'ল।

* * *

"বাই, অ' বাই!" চম্পাই ওচৰৰে ঘৰ এটাৰ কাষলৈ গৈ মাত দিলে। কেবাবাৰো মাতিলে, কিন্তু এবাৰো প্ৰত্যুত্তৰ নাহিল। চম্পাই বুজিলে, ধনৰ মাকৰ ওফোন্দ এতিয়াও ভঙা নাই। ওফোন্দৰ কাৰণ চম্পাই জানে। চম্পাই আকৌ মাত দিলে—"বাই কিয়নো খং কৰিছ? মোৰনো কিটো আছে, তই যে ইমান খং কৰিছ?"

ধনৰ মাক ওলাই আহিল। মিঠা বৰণীয়া, আদবয়সীয়া এজনী শকত মানুহ। গাত এখন ৰঙা পাৰীৰ শাৰী, ভৰিত এজোৰ চটি জোতা, মুখত এমোকৰা তামোল। মানুহজনীক দেখি যেন ভাল লাগিব নোখোজে। ওলাই আহিয়েই চম্পাক ক'লেহি—"কি হ'ল? এই দুপৰ ৰাতিখন চিঞৰিছহি কেলেই?" চম্পা নিৰুত্তৰ। "কিবা টানত পৰিছ হবলা? কি নাই, লোণ নে চাউল?"

কথা কেইটাৰ তীব্ৰতাই চম্পাৰ হিয়া ভেদি গ'ল। অতি কষ্ট পাইছিল যদিও চম্পাই সহি ৰ'ল। উত্তৰ দিবলৈ চম্পাই যেন কথাকে বিচাৰি নাপালে। ধনৰ মাকেই কৈ গ'ল "মোৰ লগত তহঁতৰ কিহৰ খাটিৰটো। তই হলি ডাঙৰ মানুহৰ জীয়াৰী, আমি হ'লো..."

চম্পাই ধনৰ মাকৰ এনে কটু কথাত অপমান বোধ কৰিলে, লাজ পালে। মুখৰ আগতে গালি পাৰি টান মাতেৰে উত্তৰ দিবৰ ইচ্ছা হ'ল; কিন্তু চম্পাই ইমানখিনি কৰিবলৈ সাহ কৰিব নোৱাৰিলে। আকৌ চম্পা মনে মনেই ৰ'ল। চম্পাই জানে ধনৰ মাকৰ ইমান অসন্তোষৰ কাৰণ ক'ত।

চম্পাৰ এই নিস্তব্ধতা ধনৰ মাকে বুজিলে আনদৰে। নিৰাশাৰ দুশ্চিন্তা যেন মনৰ পৰা আঁতৰিল। স্বাভাৱিকতে কৰ্কশ মাতটো যথা-সম্ভৱ মিহি কৰি উপদেশৰ চলেৰে ধনৰ মাকে আকৌ আৰম্ভ কৰিলে। "তহঁতৰ দুখ দেখি, ছোৱালী দুজনীৰ কষ্ট দেখিয়েই কেতিয়াবা কিবা

কওঁ। তইঁতে পায় বেয়া। পইচা পাবি তই; সুখ হ'ব তোৰ, মোৰ কিটো? পইচা হলেই সকলো বুজিছ? তই আজি হু বুলি কচোন, কোনটোৱে তোৰ ভৰিত নধৰেহি। সিদিনা তোলৈ বুলিয়েই বৰবোপায় দহ টকাৰ নোট এখন মোৰ হাতত গুজি দিলেহি! পিছে তোৰ মন নাপাওঁ বুলিয়েই মোৰ আনিবলৈ সাহ নহ'ল। বাসুদেউ কেঞা, ফটিক চিপাহী, ইহঁতৰ কথা মই নকৱেঁই।"

চম্পাই শুনি গ'ল—বৰবোপা....দহটকীয়া নোট, বাসুদেউ কেঞা, ফটিক চিপাহী। লাজত যেন চম্পাই মৰি যাব বিচাৰিলে। পিঠিত দাৰিদ্ৰ্যৰ দুঃসহ বোজা; সম্মুখত মৃত্যুমুখী স্বামী, ক্ষুধাকাতৰ সন্তান। খাবলৈ নাই ভাত, পিন্ধিবলৈ নাই কাপোৰ, থাকিবলৈ নাই ঘৰ। অভাগী চম্পাৰ দুখত গোটেই জগতখনেই যেন দুঃখিত। সকলোৱেই যেন তাইক সহায় কৰিবলৈ প্ৰস্তুত। কিন্তু এই সাহায্যৰ, এই ব্যগ্ৰতাৰ মূল্য ক'ত, যদি ই চম্পাৰ দেহৰ বিনিময়ে হ'ব লগা হয়! চম্পাই উত্তৰ বিচাৰি নাপালে। উত্তৰেই বা দিব কি? এনে নিৰ্লজ্জ, এনে হৃদয়হীন কিনা-বেচা কৰা কথাৰ উত্তৰ দাৰিদ্ৰ্য পীড়িত চম্পাই কি দিব?

চম্পাৰ নিৰুত্তৰত ধনৰ মাকৰ উৎসাহ যেন বাঢ়ি গ'ল। "তোৰ মান-সম্ভ্ৰম যাতে হানি নহয়, তাৰ চেষ্টা কৰিম। তোক দহজনৰ আগত হাঁহিয়তৰ পাত্ৰী কৰিবও খোজা নাই। এই মোৰ পৰামৰ্শ মতে মাত্ৰ চলিবি।"

চম্পা ইমান পৰ তললৈ মূৰ কৰি থিয় দি আছিল। ধনৰ মাকে এতিয়াহে যেন বুজিলে, চম্পাক ইমান পৰ বাহিৰত ঠিয় কৰি ৰখোৱা ভাল হোৱা নাই। "চম্পা ভিতৰলৈ আহ। বাহিৰত কিয় আছ? এই ৰাতিখননো কিয় আহিলি?

চম্পা যেন ৰক্ষা পৰিল। ধনৰ মাকৰ হিতোপদেশ অসহ্য হৈ আহিছিল। চম্পাই তৎক্ষণাৎ উত্তৰ দিলে, "ধনক বিচাৰি আহিছিলো। ঘৰত চাউল এটাও নাই, ৰাতিও হ'ল।" চম্পাই

ছৰতীয়াটো ধনৰ মাকলৈ আগবঢ়াই দিলে।

"পইচা থচোন। দোকানলৈ এতিয়া পঠিয়াওঁ কাক? ধন ঘৰত নাই।" ধনৰ মাক কিছুপৰ নিতাল মাৰি ৰ'ল। কিবা এটা যেন ভাবিলে। তাৰ পিছত মাত দিলে, "লাভেশ্বৰী, অ' লাভেশ্বৰী!" চম্পাই বুজিব নোৱাৰিলে, ধনৰ মাকে এই দৰে কাক মাতিলে। চম্পাই নামটো এই প্ৰথম শুনিলে।

অলপ সময়ৰ পিছত চম্পাই দেখিলে, বহল মুখেৰে ক'লা অচিনাকি গাভৰু এজনী হাতত চাকি এটা লৈ ওলাই আহিছে। মানুহজনী ওখ-ডাঙৰ, হাত-ভৰিবোৰ লোদোৰ-পোদোৰ-মঙহেৰে ভৰা। মানুহজনীৰ গাত ক'লা ফুল দিয়া গোলাপী ৰঙৰ এখন শাৰী। মাজ কপালত ডাঙৰকৈ লোৱা এটা সস্তীয়া সেন্দুৰৰ ফোঁট। পৰিপাটিকৈ ফণিওৱা মূৰটোত ছটামান ক্লিপ জকমকাব লাগিছে। মানুহজনী চেহেৰা আৰু সাজ-পাৰৰ পৰিপাটি চম্পাৰ চকুত ভাল নালাগিল। মানুহজনী কোন, চম্পাই চিনিব নোৱাৰিলে যদিও, চম্পাৰ বুজিবলৈ বাকী নাথাকিল যে, ধনৰ মাকৰ এইটো এটা নতুন চিকাৰ।—

মানুহজীয়েও চম্পাক বোধহয় এই প্ৰথম দেখিলে। চম্পাক দেখিয়েই চম্পাৰ মুখলৈ চাই থমক খাই ৰ'লহি। সূক্ষ্ম দৃষ্টিৰ ধনৰ মাকে চম্পাৰ আগত এই গাভৰু গৰাকীৰ ৰূপটো তেনেই কদাকাৰ দেখিয়েই বোধকৰোঁ ক'লে "কি চাই আছ? ৰূপতকৈ গুণৰহে আদৰ। তোৰ গুণ দেখিলে তোৰ লগত কোন পৰি নমৰিব? এই ৰৈ থাকিব নালাগে যা, সৌ পাচিটোত থকা চাউল কেইটামান খৰাহি এটাত লৈ আহগৈ।*

গাভৰু গৰাকীয়ে ধনৰ মাকৰ কথাকেইটা যেন ঠিক ধৰিব নোৱাৰিলে, থিয় হৈ ৰ'ল। ভিতৰলৈকে নগ'ল। ধনৰ মাককো কোনো প্ৰশ্ন নকৰিলে। ধনৰ মাকে গাভৰু গৰাকী এইদৰে ৰৈ থকা ভাল নাপালে—"তই মানুহজনী ৰৈ থাকিলি কিয়? তইঁতৰ

পৰা আৰু একো নহয় দেখিছো।” ধনৰ মাক নিজেই ভিতৰলৈ সোমাই গ’ল!

* * *

সেই ৰাতি কমলে মুখত ভাত দি, সেহাই সেহাই নিজেই আৰম্ভ কৰিলে—“এৰা মানুহজনী নোহোৱা হ’লে যে কি অৱস্থা হ’লহেঁতেন ক’ব নোৱাৰি। আমাৰ কষ্ট দেখিয়েই নানা কথা কয়; নহলেনো কি স্বাৰ্থটো আছে?”

সেই দিনাই সন্ধ্যা কমলে কোৱা কথাখিনি চম্পাৰ মনত পৰিল। চম্পাই বুজিলে, কমলৰ কথাকেইটা অকল কৃতজ্ঞতা প্ৰকাশৰ চিনেই নহয়, ই দৰিদ্ৰৰ নিঃসহায় অৱস্থাৰ অকাট্য প্ৰমাণো। তাই কোনো প্ৰত্যুত্তৰ নিদিলে মনে মনে ৰ’ল।

* * *

সেই চুবুৰিটোৰ কোনেও আজিলৈকে ভালকৈ নাজানে, কমল কোন, কমলৰ ঘৰেই বা ক’ত, কমলৰ বংশ পৰিয়াল, মিতিৰ কুটুমেই বা কোন? সকলোৱে জানে কমল মটৰ ড্ৰাইভাৰ। ইয়াতকৈ বেছি কমলৰ বিষয়ে আৰু কোনেও একো নাজানিছিল। বহুতে বহুত ৰকমৰ গল্প সৃষ্টি কৰিলে। কোনো কোনোৱে মত প্ৰকাশ কৰিলে, কমল কোনোবা ডাঙৰ মানুহৰ ঘৰৰ ল’ৰা, চম্পাক পলুৱাই আনি ইয়াত আছেহি। কোনোৱে বিশ্বাস কৰিলে, কোনোৱে নকৰিলে। কিছুমানে ক’লে, চম্পাহে ডাঙৰ ঘৰৰ জীয়াৰী, কমল নহয়। কমল-যাৰ ঘৰত ড্ৰাইভাৰ আছিল, তেওঁৰ জীয়েকক পলুৱাই আনি এইখিনি পাইছেহি। কিন্তু কোনেও সঠিককৈ আজিও ক’ব নোৱাৰিলে, কমল চম্পা আচলতে কোন। কিন্তু লাহে লাহে অনুমানৰ ওপৰত সৃষ্ট গল্পই সত্যৰ আকাৰ ধৰিলে; সকলোৰে মনত বিশ্বাস জন্মিল, কমলে চম্পাক পলুৱাই আনি ইয়াত লুকাই আছেহি। কমলৰ ওচৰৰ চুবুৰিটোৰ মানুহৰ ভাব যেন বেয়া হৈ গ’ল। কমল দুষ্ট, অসৎ,

বিশ্বাসঘাতক। কিন্তু সেই চুবুৰিটোত আঠ বছৰেও কোনেও ক'ব নোৱাৰিলে, কমলৰ দুষ্টামি, অসততা কোনখিনিত।

প্ৰথম চুবুৰিটোলৈ আহি চম্পাই কিছুদিনলৈ আহুকাল পাইছিল—নতুন ঠাই নতুন মানুহ, নতুন ঘৰ-দুৱাৰ। কিন্তু লাহে লাহে চম্পা খাপ খাই পৰিল। চম্পাই বিচাৰি উলিয়ালে এখন সমাজ, অহা-যোৱা কৰিবলৈ পালে কেইঘৰমান মানুহ। চম্পাব দিনবোৰ আগুৱাবলৈ ধৰিলে। চাওঁতে চাওঁতেই চম্পাৰ সংসাৰ বাঢ়ি আহিল—দুজনী ছোৱালীয়ে চম্পাৰ সংসাৰত দেখা দিলেহি। অকলে থাকিবলৈ মন নোযোৱা ঘৰখনত চম্পাই দেখিলে আনন্দৰ ছবি, শুনিলে কেচুৱাৰ নিৰ্ম্মল হাঁহিৰ খলকনি। লাহে লাহে যেন এক দুইকৈ চম্পাৰ দুখৰ দিনবিলাক আঁতৰিবলৈ ধৰিলে। চম্পায়ো নিজে সদায় চেষ্টা কৰিছিল, এই নতুন সমাজত দিনবোৰ সুখেৰে কটাবলৈকে। কিন্তু এই চেষ্টাৰ মাজতো, এই পৰিবৰ্ত্তনৰ ভিতৰেদিও অতীতৰ দুই-এটা কথাই মাজে-মাজে ভূমুকি মাৰি চম্পাৰ অন্তৰত অশান্তি সৃষ্টি নকৰাকৈ নাছিল। কেতিয়াবা চম্পাৰ মনত পৰে, ছোৱালী কালৰ দিন কেইটালৈ, মোমায়েকৰ ঘৰলৈ—মোমায়েক-মামীয়েকৰ স্নেহলৈ, মোমায়েকৰ ল'ৰা পুতুললৈ। মাক-বাপেকৰ কথা চম্পাৰ মনত নপৰে। মনত পেলাবলৈকো চম্পাই কোনো দিনে বৃথা চেষ্টা কৰা নাই। চম্পাৰ মনত পৰে, জ্ঞান হোৱাৰে পৰা চম্পা মোমায়েকৰ ঘৰতেই। মোমায়েকেই চম্পাৰ দেউতাক, মামীয়েকেই চম্পাৰ মাক। মোমায়েক-মামীয়েকৰ কথা মনত পৰিলেই যেন চম্পাৰ মনটো কেনেবা কৰি উঠে। চম্পাই অনুমান কৰিবলৈ চেষ্টা কৰে, সেইদিনা পুৱা শুই উঠি মোমায়েকে চম্পাক ঘৰত নেদেখি কিমান কষ্ট পাইছিল চাগৈ! চম্পাই আৰু ভাবিব নোৱাৰা হয়। শোকে তাইক খুন্দা মাৰি ধৰেহি। চম্পাই আজিও সঠিককৈ ক'ব নোৱাৰে, কমলৰ লগত চম্পা কিয় পলাই আহিল। কি মোহিনী শক্তিৰে কমলে চম্পাক টানি আনিলে। মোমায়েক-

মামীয়েকৰ ইমান স্নেহৰ মাজত প্ৰতি-পালিতা চম্পা এটা ড্ৰাইভাৰৰ লগত কেনেকৈ পলাই আহিল, সেই কথা চম্পাই যেন আজি ভাবিবই নোৱাৰে।

কিন্তু এই অশান্তি চম্পাৰ মনত ক্ষন্তেকলৈহে উদয় হৈছিল। চম্পাই এইটোও বুজে দুখ কৰিয়েই বা লাভ কি? সকলো নিয়তিৰ বিধান! চম্পাই সদায় চেষ্টা কৰিছিল কমলক লৈয়ে সুখী হ'বলৈ। পিছে চম্পা সকলো ইচ্ছা ব্যৰ্থ কৰি দি গ'লহি, আকস্মিক এটা কথাই—কমলৰ উৎকট ব্যাধিয়ে। কমলৰ হ'ল উদফাই। চম্পাই প্ৰথমে ভাবিছিল ভাল হ'ব। হাতৰ সাঁচতীয়া ধন ভাঙি চিকিৎসা কৰালে, বেমাৰো ভাললৈ আহিল। কিন্তু দুমাহ পাৰ নহলেই আকৌ দেখা দিলেহি। ক্ৰমে বেছি হ'বলৈ ধৰিলে। চম্পাৰ হাতত সাঁচতীয়া ধন আৰু নাই। এইবাৰ চম্পাই বেছিলে হাতৰ কাণৰ যি দুই এপদ আছিল তাকেই। সেই ধনেৰে চিকিৎসা চলিল। কিন্তু কমলৰ স্বাস্থ্য আৰু ঘূৰি নাহিল। অলপ অনিয়মতে, অলপ পৰিশ্ৰমতে অসুখে দেখা দি থাকিবলৈ ধৰিলে। এইদৰেই গ'ল কিছুদিন। কিন্তু আজি ছমাহৰ ওপৰেই হ'লহি, কমল একেবাৰে অকৰ্মণ্য হৈ ঘৰতে বহি আছে।

কমলৰ চাকৰিও আৰু নাই। সাঁচতীয়া ধনো শেষ হ'ল। চম্পাৰ সুখৰ সপোনৰ যেন অন্ত পৰিল। চিন্তা হ'ল সংসাৰ চলে কেনেকৈ? এইবাৰ বেচিলে সাঁচতীয়া বস্তু। কিন্তু বস্তুৱেই বা কিমান? সিও শেষ হৈ আহিল। ইয়াৰ পিছত কৰিলে দোকানত বাকী। সিয়েই বা কেইদিনলৈ। তাৰ পিছত? তাৰ পিছত দিলে লঘোন। কিন্তু সিও যে সম্ভৱ নহয়। ছোৱালী দুজনীৰ হিয়া ভগা কান্দোনত চম্পাৰ হিয়া ফাটি গ'ল। এতিয়া উপায়? ভিক্ষা? চম্পাই ভিক্ষানো কেনেকৈ কৰে? যাবই বা কাৰ ওচৰলৈ? দিবই বা কোনে? দিলেও, কেইদিনলৈ? চম্পাই চাৰিওফালে অন্ধকাৰ দেখিলে। নৈৰাশ্য ভৰা বিপদসঙ্কুল পথ।

একান্ত অনিচ্ছাৰে হ'লেও, মান অপমান সকলো দলিয়াই পেলাই আঠ বছৰৰ পিছত প্ৰথম চম্পাই চিঠি লিখিলে মোমায়েকলৈ। সকলো অপৰাধৰ বাবে মাৰ্জনা ভিক্ষা কৰি বিচাৰিলে মোমায়েকৰ সহায়। উত্তৰলৈ অপেক্ষা কৰি অশান্তিত কাল কটালে; কিন্তু এসপ্তাহৰ পিছত দুসপ্তাহো পাৰ হৈ গ'ল, মোমায়েকৰ চিঠি আৰু নাহিল। তাই বুজিলে, মোমায়েক-মামীয়েকে চম্পাৰ অপৰাধ ক্ষমা কৰা নাই। তাইৰ শেষ আশা আছিল মোমায়েক-মামীয়েক, তাই তাকো হেৰুৱালে। ভিক্ষাৰ বাহিৰে চম্পাই আন পথ আৰু নেদেখিলে। সকলো লাজ-অপমান কাতি কৰি থৈ, এদিন পঠিয়ালে ডাঙৰ ছোৱালীজনীক ওচৰৰে ডাঙৰ মানুহ বৰুৱাৰ ঘৰলৈ। বৰুৱানীয়ে দিলে কেইটামান চাউল, কেঅনামান পইচা। এঁকেঘৰ মানুহকে কিমান আমনি কৰিব? পিছদিনা দুয়োজনী ছোৱালী গ'ল। চুবুৰীটোৰ আটাই কেইঘৰ ডাঙৰ মানুহৰ ঘৰলৈকে। কোনোৱে দিলে দুটামান চাউল, কোনোৱে দিলে এটা পইচা, কোনোৱে কৰিলে পুতৌ, কোনোৱে দিলে হিতোপদেশ। সকলোৰে যেন আপত্তি. এইদৰে এনেয়ে দিব কিয়? কিন্তু এই সকলোবোৰৰ মাজেদিও অযাচিতভাৱে চম্পাক সহায় কৰিবলৈ আগবাঢ়ি আহিল—ওচৰৰে ধনৰ মাক।

ধনৰ মাকৰ ঘৰ চম্পাহঁতৰ ঘৰৰ ওচৰতে। চম্পাই ইয়াত প্ৰথম ভৰি দিয়াৰ দিনাই, ধনৰ মাক নিজে উপযাচি আহি চম্পাৰ লগত চা-চিনাকি হৈ খবৰ-বাতৰি লৈ গৈছিলহি। চম্পাৰ কিবা অসুবিধা হ'লে খবৰ দিবলৈকো কৈ গৈছিল। ওচৰতে এজনী ভাল মানুহ পালো বুলি চম্পাৰো কিছু সাহ হৈছিল।

ঘনিষ্ঠতা বাঢ়ি আহিল। কিন্তু কিছুদিনৰ পিছত চম্পাৰ ধনৰ মাকৰ যেন আৰু ভাল নলগা হ'ল। মানুহজনী চম্পাই বুজিলে, সুবিধাৰ নহয়—কানিও খায়। মানুহজনীৰ উপাৰ্জনৰ বাটটো কি, ইমান ঘনিষ্ঠতাৰ পিছতো যেন চম্পাই ঠিক বুজিব নোৱাৰিলে।

ধনৰ মাকক এৰাই ফুৰিবলৈ চেষ্টা কৰিলে ; কিন্তু ধনৰ মাকৰ গাত পৰা আপোন ভাৱটো প্ৰত্যাখান কৰি আঁতৰি যোৱাটো চম্পাৰ পক্ষে সম্ভৱ হৈ নুঠিল।

কমলৰ .উৎকট ব্যাধি। চম্পা অকলশৰীয়া। প্ৰথম কেইদিন-মানলৈ লগৰ ড্ৰাইভাৰ, হেণ্ডীমেন দুটা এটা আহিল, পৰ দিলেহি, সহায় কৰিলেহি ; কিন্তু লাহে লাহে সিহঁতেও গা এৰা দিবলৈ ধৰিলে। কমলৰ ঘৰলৈ আহিয়েই বা আৰু লাভ কি ? সকলোৱে শুনিছিল, চম্পা ধুনীয়া। ভাৱিছিল বোধহয়, চম্পাৰ লগত চিনাকি হবলৈ, চম্পাৰ অনুগ্ৰহ লাভ কৰিবলৈ এইটোৱেই সুবিধা ; কিন্তু যেতিয়া দেখিলে বেমাৰীও ভাল নহয়, চম্পালাভো সহজ নহয়, তেতিয়া এটা এটাকৈ সকলোৱে ললে বিদায় ধৈৰ্য্যেৰে মাত্ৰ ৰ'লগৈ ধন আৰু তাৰ মাক। চম্পাৰ সংসাৰৰ আধা ভাৰ ধনৰ মাকে কান্ধ পাতি ললেহি। দাৰিদ্ৰ্য-পীড়িতা, বিপদগ্ৰস্ত চম্পাই এই সহায়ৰ আৰু আন কিবা তাৎপৰ্য্য থাকিব পাৰেনে নোৱাৰে প্ৰথমে ভাবিবলৈ অৱসৰকে নাপালে।

কমলৰ শৰীৰ ভাগি পৰিল। চলন শক্তি দেহত আৰু যেন নাই। লগে লগে চম্পাৰ সংসাৰো অচল হৈ আহিল। চম্পাৰ চাৰিওফালে বিপদ ; যেনিয়েই চাই চম্পাই দেখে অন্ধকাৰ ; ভয়ত চম্পাৰ অন্তৰ কপি উঠে। এনে বিপদত ধনৰ মাক ভগৱান প্ৰেৰিত ৰূপে উপস্থিত হৈ চম্পাৰ সংসাৰৰ সম্ভৱপৰ অনেকখিনি ভাৰ কান্ধত তুলি ললেহি। ধনৰ মাকে খাবলৈ দিলে চাউল, পিন্ধিবলৈ দিলে কাপোৰ, খৰচ কৰিবলৈ পইচা। কমলে যেন বুজিলে, ধনৰ মাকৰ ইমান দয়াৰ লক্ষ্য ক'ত ! কিন্তু মুখ মেলি প্ৰতিবাদ কৰি অযাচিত দান ফিৰাই দিবলৈ তাৰ শক্তি আৰু নাছিল। কমলে সকলো দেখিছিল, সকলো বুজিছিল, কিন্তু সহি ৰ'ল। কমলৰ দেহ যিমানেই ভাগি আহিছিল, ধনৰ মাকৰ স্নেহ যেন সেই ঘৰখনৰ প্ৰতি সিমানেই বাঢ়ি গ'ল। চম্পাৰো যেন সন্দেহ হ'ল। চম্পায়ো যেন বুজিলে,

ধনৰ মাকৰ ইমান করুণা কিয় ? চম্পাই যেন বুজিলে, এই সহায়, এই বস্তু, এই পইচা ক'ৰপৰা কেনেকৈ আহে। কিন্তু চম্পাই নিজকে ফাঁকি দিবলৈ চেষ্টা কৰিলে, যেন তাই এইবোৰ বিষয়ে একোকে নাজানে।

ছোৱালী দুজনী প্ৰায়ে চাউল বিচাৰি যায়। কেতিয়াবা পায়, কেতিয়াবা ঘূৰি আহে শুদা হাতে। কিন্তু চম্পাৰ দিন যাব লাগিছে। কেতিয়াবা কান্দিছে, কেতিয়াবা লঘোন দিছে। কিন্তু ইমান দুখৰ মাজতো অশান্তিৰ আৰু এটা নতুন কাৰণ সৃষ্টি হৈ চম্পাক দিনে ৰাতিয়ে দহিবলৈ ধৰিলে। আজিকালি চম্পাই প্ৰায় শুনিব লাগে ধনৰ মাকৰ নানা নিৰ্লজ্জ প্ৰস্তাৱ, কোনোবা মাৰ্বোৱাৰীৰ ধনৰ হিচাব, কোনোবা উকিলৰ বদান্যতাৰ কথা, কোনোবা হাকিমৰ দয়াৰ কাহিনী, কোনোবা চিপাহীৰ ধনৰ মোনাৰ কথা। চম্পাৰ শুনি ভাল নালাগে। কিন্তু নুশুনিও উপায় নাই। কিজানি ধনৰ মাকে বেয়া পায়। প্ৰথম কিছুদিনলৈ ধনৰ মাকক দেখিলেই চম্পাৰ গাৰ নোম শিয়ঁৰি উঠিছিল। কিন্তু দিন যিমানেই আগুৱাবলৈ ধৰিলে, চম্পাও যেন সিমানেই অভ্যস্ত হৈ আহিবলৈ ধৰিলে।

কমলে প্ৰথম কিছুদিনলৈ চম্পাৰ মুখৰ পৰা এনেবোৰ কথা শুনি সহিবলৈ টান পাইছিল। এদিন ধনৰ মাকক মুখৰ আগতে বহুত টান কথা কৈ, কমলৰ ঘৰলৈ অহা বন্ধ কৰি দিলে। ওচৰৰ চুবুৰিয়াৰ মাজত বু-বু, বা-বা লাগিল। ধনৰ মাকেও চম্পাৰ ঘৰলৈ অহা একেবাৰেই বন্ধ কৰি দিলে। কিন্তু এসপ্তাহ পাৰ হলকি নহল, এদিন চম্পা নিজেই গৈ ধনৰ মাকৰ ভৰি দুখনত ধৰি কমলৰ হৈ ক্ষমা মাগিলে। হিতোপদেশৰ চলেৰে ধনৰ মাকে সেইদিনা চম্পাক বহুত কটু কথা শুনালে।

* * *

চম্পাৰ সেই ঠাইডোখৰ আৰু ভাল নলগা হৈ আহিল। তাইৰ দাৰিদ্ৰ্যৰ সুবিধা বিচাৰি ধনৰ মাকৰ উৎপাত নকমি যেন বাঢ়িছে

গ'ল। কিন্তু সেই ঠাই ডোখৰ এৰি তাই যায়েই বা ক'লৈ? সদায় ভাৱে, ধনৰ মাকৰ লগত সম্বন্ধ ছিঙি পেলাব, কিন্তু সম্বন্ধ আৰু ছিঙিব নোৱাৰিলে।

ছমাহ গ'ল। চম্পাৰ ধৈৰ্য্যও যেন কমি আহিল। দাৰিদ্ৰ্য ঠেলি আৰু কিমান আগুৱাব! ধনৰ মাকেও যেন আগৰ দৰে আজি কালি আৰু আগ্ৰহ নকৰে। চম্পাৰ ঘৰত, চম্পাৰ হাতত ধনৰ কামে পাঠোৱা কিমান আলহীয়ে যে অপমান পালে। চম্পাৰ ভয় হ'ল। আত্মৰক্ষা কৰি থকা তাইৰ পক্ষে যেন আৰু সম্ভৱ নহব। দিনে ৰাতিয়ে তাই বিচাৰিলে আত্মৰক্ষাৰ উপায়।

আজিলৈকে এই আঠবছৰৰ ভিতৰত চম্পাই ওচৰৰ কোনো ডাঙৰ মানুহৰ ঘৰতেই ভৰি দিয়াগৈ নাই। কাৰণ তাই বুজে, ডাঙৰৰ সমাজত ড্ৰাইভাৰৰ ঘৈণীয়েকৰ কাৰণে ঠাই নাই। কমলৰ অসুখৰ পিছত ওচৰৰে বৰুৱানীয়ে চম্পাক ধনৰ হতুৱাই কেবাদিনো মাতি পঠিয়াইছিল, কিন্তু তাই নগ'ল। ধনৰ মাকে প্ৰায়েই লগ ধৰেহি চম্পাই দেখুৱাই নানা আসোঁৱাহ। কিন্তু সংসাৰ যিমানেই অচল হৈ অহিবলৈ ধৰিলে, তাইৰ মনৰ দৃঢ়তাও যেন সিমানেই কমি গ'ল। তাইৰ অন্তৰে বিচাৰিলে অকণমান পুতৌ, একেষাৰ স্নেহৰ মাত, অলপমান দয়া।

কেতিয়াবা মনৰ দুৰ্বলতাত বৰুৱানীৰ আশ্ৰয় বিচাৰি তেওঁৰ ঘৰলৈ যোৱাৰ কথা ভাবিলেই প্ৰথমে মনৰ মাজত দেখা দিয়েহি, বৰুৱানীৰ বৰ ল'ৰা বৰবোপাৰ কথাই, বৰবোপাৰ বিষয়ে ধনৰ মাকে কোৱা নানা কথাবোৰ। চম্পাৰ উৎসাহ যেন কমি আহে।

ইয়াৰ মাজতে গ'ল কেবাসাজো লঘোন। ছোৱালী দুজনীৰ বিননিত চম্পাৰ বুকু ফাটি যায়। ইহঁতৰ হাতত দিবলৈ হাতত যে একোৱেই নাই। সিহঁতৰ কান্দোন তলপেলাই ঘৰৰ আগেদি কোনোবাই চিঞৰি যায়, "লাগে ৰুটি-বিস্কুট, লাগে মুড়ি"; চম্পাৰ কাণত পৰে। চম্পাৰ ইচ্ছা হয় সকলো লাজ-অপমান দলিয়াই

পেলাই, আলিলৈ ওলাইগৈ ; সিহঁতৰ পৰা খুজি আনে এখন বিস্কুট, এমুঠি মুড়ি। কিন্তু চম্পা আলিলৈ আহিব নোৱাৰিলে। চাওঁতে চাওঁতেই সিহঁতৰ চিঞৰ চম্পাৰ কাণৰ পৰা বহুদূৰ আঁতৰি যায়।

অনিচ্ছাৰে হলেও সকলো সঙ্কোচ, সকলো দ্বিধা দলিয়াই পেলাই, এদিন ধনৰ মাকৰ লগত চম্পা বৰুৱানীৰ ঘৰলৈ আহিল। প্ৰথমে চম্পাৰ দেহ-মন যেন আগবাঢ়ি যাব নুখুজিলে। অন্তৰত কিবা এটা ভয় ভাব লৈ চম্পা ধনৰ মাকৰ পাছে পাছে বৰুৱাৰঘৰৰ দুৰ্জ্জয় "গেট"-খন পাৰ হৈ আহিল। এনেতে চম্পাৰ কাণত পৰিল—"বাইটি ক'লৈ আহিলি ?" মাতৰ লগে লগে মূৰ দাঙি চাই চম্পাই দেখিলে এজন সুশ্ৰী, শকত-আৱত ; ধুনীয়া ডেকাই ছিগাৰেট হুপি হুপি বৰুঁৱাৰ বঙলাৰ আগফালৰ বাৰন্দাত থিয় দি আছে। ডেকাজনক দেখিয়েই চম্পাই অনুমান কৰিলে কোন। লাজে যেন চম্পাক আগুৰি ধৰিলেহি। ধনৰ মাকে প্ৰত্যুত্তৰ দিলে, "আপোনালোকক চাবলৈকে আহিলো ৰবোপা ! এইজনী চম্পা, তাইকে লৈ আহিছো।" চম্পাই যেন মৰি যাবলৈ বিচাৰিলে। ধনৰ মাকে তাইৰ কথা কিয় কলে ? কিন্তু পিছ মুহূৰ্ত্তেই চম্পাই যেন আঁওবাবলৈ ধৰিলে, "ৰবোপা, ৰবোপা—এইয়াই ৰবোপা, বৰুৱাৰ আদৰৰ ৰবোপা।" চম্পাই ৰবোপাক আজি প্ৰথম ভালকৈ দেখিলে। চম্পাৰ বুকুৰ পৰা হঠাতে এটা যেন গধুৰ বোজা যেন আঁতৰি গ'ল ; ধনৰ মাকৰ মুখত ৰবোপাৰ কথা শুনি শুনি চম্পাৰ অন্তৰত ওপজা ঘৃণাভাৱ যেন হঠাতেই বহুতখিনি কমি গ'ল।

ৰবোপাক দেখিলেই অন্তৰত যেন ভাল পাবলৈ এটা হাবিয়াস আপোনা-আপুনিয়েই উদয় হ'ব খোজে।

বৰুৱানীৰ ঘৰৰ পৰা সেইদিনা উভতি যাওঁতে গোটেই বাটছোৱা চম্পাই কেৱল ভাবি গৈছিল—ডাঙৰ মানুহৰ ডাঙৰ কথা, কেনে সুন্দৰ ব্যৱহাৰ। সেইদিনা বৰুৱানীয়ে চম্পাক দুঅনা পইচা দিলে, তাইৰ দুখত বেজাৰ কৰিলে। ঘৰলৈ আহি কেবাদিনলৈকে চম্পাই

বৰুৱানীৰ কথাকে কলে। বৰুৱানীৰ প্ৰংশসা যেন শেষেই নহ'ব।

ইয়াৰ পিছৰ বাৰ বৰুৱানীৰ ঘৰলৈ চম্পা অকলেই গ'ল। বৰুৱানীয়ে এইবাৰো আগ্ৰহ কৰিলে; ভাল বেয়া বহুত কথা সুধিলে। সেই দিনাও বৰুৱানীয়ে দিলে কিছু চাউল, কেইঅনামান পইচা।

* * *

ঘনিষ্ঠতা বাঢ়ি আহিল। চম্পাই বৰুৱানীৰ ঘৰত এখন কাপোৰ লগালে। বৰুৱানীয়ে কাপোৰ বোৱা বেচ দিব। চম্পা সদায় দুপৰীয়া যায়, গধূলি আহে। বৰবোপাৰ লগত প্ৰায় সদায় দেখা হয়; প্ৰায়ে চকুৱে চকুৱে পৰে। আজি-কালি বৰবোপাক দেখিলে আগৰ দৰে যেন অন্তৰত ভয় ভাৱ নোপজে। লাজো আগৰ দৰে আৰু নালাগে। কেতিয়াবা চকুৱে চকুৱে পাৰিলেই ওৰণিখন টানি চম্পা গুচি যায়। চম্পাই অনুমান কৰিলে, বৰবোপাই যেন সদায় চম্পাৰ লগত কথা পাতিবলৈ সুবিধা বিচাৰি ফুৰে। কিন্তু চম্পাই সুবিধা নিদি সদায় বৰবোপাক এৰাই ফুৰিবলৈকে যত্ন কৰিছিল।

বৰুৱানীৰ স্নেহ-যত্নত চম্পাই দেখিলে অকণমান আশা, আত্ম-ৰক্ষাৰ অকণমান উপায়। পোন্ধৰ দিন গ'ল। এদিন বৰুৱানীয়ে চম্পাৰ আগত চম্পাৰ ডাঙৰ ছোৱালীজনী থোৱাৰ প্ৰস্তাৱ কৰিলে। চম্পা এনে প্ৰশ্নৰ কাৰণে মুঠেই প্ৰস্তুত নাছিল। তৎক্ষণাৎ কোনো উত্তৰ দিয়া চম্পাৰ পক্ষে সম্ভৱ হৈ নুঠিল। চম্পা কিছুপৰ মনে মনে ৰ'ল। চম্পাৰ এই নিস্তব্ধতা বৰুৱানীৰ ভাল নালাগিল। সুধিলে—"মনে মনে ৰ'লি দেখোন চম্পা?"

বৰুৱানীক কি উত্তৰ দিব, একো ঠিক কৰিব নোৱাৰি চম্পা আকৌ কিছুপৰ ৰ'ল। তাৰ পিছত উত্তৰ দিলে, "আপোনালোকৰ ঘৰত ছোৱালীজনী থবলৈ মোৰনো কি আপত্তি হ'ব পাৰে আই। তাই ইয়াত স্বৰগত থকা দি থাকিব। পিছে তাইক ইয়াত থ'লে মোৰহে হাত ছিগিব। ইফালে সিফালে পঠিয়াবলৈকো ঘৰত আন

মানুহ এটাও নাই।”

কেইদিন মান গ'ল। ইয়াৰ মাজতে বৰুৱানীয়ে চম্পাক আৰু এদিন প্ৰশ্ন কৰিলে—“চম্পা! ছোৱালীজনী থোৱাৰ কি কৰিলি?”

চম্পা যেন বিপদত পৰিল। বৰুৱানীক কি উত্তৰ দিয়ে? উত্তৰ নিদিলেও যে নহ'ব। অগত্যা তাই উত্তৰ দিলে, “কথাটো মোৰ মনত আছে আই। পিছে দেউতাককহে মই একো সোধা নাই। আজি বাৰু সুধিমগৈ।”

চম্পাৰ উত্তৰটো বৰুৱানীৰ ভাল নালাগিল। তাই যেন তেওঁৰ কথাটোত কোনো মূল্যই নিদিলে। বৰুৱানীৰ খং উঠিল; কিন্তু প্ৰকাশ নকৰিলে।

* * * *

হঠাৎ সেই ৰাতিৰ পৰা কমলৰ বেমাৰ বেছিকৈ উক দিলে। চম্পা খন্তেকৰ কাৰণেও আঁতৰি আহিব নোৱাৰা হ'ল। ডাঙৰ আন কোনো মানুহ আৰু ঘৰত নাই। চম্পাৰ উশাহ ল'বলৈকে যেন সময় নোহোৱা হ'ল। কমলক এৰি তাই বৰুৱানীৰ ঘৰলৈ চাৰিদিন আহিব নোৱাৰিলে। পাঁচ দিনৰ দিনা কমলৰ অলপ ভাল হোৱা যেন দেখি চম্পা আবেলি পৰত বৰুৱানীৰ ঘৰলৈ আহি বৰুৱানীৰ ঘৰৰ ভিতৰত সোমাইছেহে মাথোন এনেতে চম্পাৰ কাণত পৰিলহি—“তই মোৰ ঘৰৰ পৰা এতিয়াই ওলা, বৰ মানুহৰ জী! আজি চাৰি দিনে কৰবাত জীয়েৰক থ'ব লাগে বুলিয়েই মোৰ ঘৰকে এৰিলি। ওলা, ওলা....”

চম্পাই বিচুৰ্তি খালে। এনে অভাৱনীয় ঘটনাৰ কাৰণে তাই একেবাৰেই প্ৰস্তুত নাছিল। বৰুৱানীৰ প্ৰথম হুঙ্কাৰত চম্পাৰ বুকু কঁপি গ'ল। বৰুৱানীৰ ইমান খঙৰ কাৰণ কি হ'ব পাৰে, একো অনুমান কৰিব নোৱাৰি ভয়ত তাই কঁপিবলৈ ধৰিলে। কিন্তু মুহূৰ্ত্ততে বৰুৱানীৰ খঙৰ কাৰণটো বুজি চম্পাৰ ভয় পাতলিল, কিন্তু কঁপনি নকমিল। বৰুৱানীৰ মূৰ্ত্তি দেখি তেতিয়াই উত্তৰ দিবলৈ

তাইৰ সাহ নহ'ল যদিও বৰুৱানীৰ অন্যায় ক্রোধৰ কাৰণ সংশোধন নকৰাকৈ ওলাই যাবলৈকো চম্পাৰ ইচ্ছা নহ'ল। তাই থিয় হৈয়ে ৰ'ল। চম্পাক থিয় হৈ থকা দেখি বৰুৱানীৰ খং বেছি হ'ল—"নগলিনে হাৰামজাদী···।"

চম্পাই মুখ মেলিলে—"আই ঘৰত অসুখ হ'লেনো····" "মনে মনে থাক। তোক বাহিৰ হ'বলৈ কৈছো নহয়, হবি নে নহব?" বৰুৱানীয়ে খেদি গ'ল।

চম্পাই বুজিলে, ইয়াত ৰবলৈ গ'লেই অপমান। উভতি লাহে লাহে তাই ঘৰলৈ খোজ ল'লে। কোন আহিছে তাই যেন ক'ব নোৱাৰে। চম্পাৰ চকু দুটা পুৰিবলৈ ধৰিলে। অদম্য ক্রোধ সংবৰণ কৰি গোটেই বাটছোৱা চকুপানী টুকি টুকি তাই ঘৰ পালেহি। নিজৰ জীৱনটোৰ ওপৰত ধিক্কাৰ উপজিল। আত্মহত্যা কৰিবৰ মন গ'ল। কিন্তু ঘৰ সোমায়েই দেখিলে, অলপ আগতে কাহ উঠি কমল থৰ লাগি কুঁজা হৈ গাৰুটোত কপালখন দি তললৈ মূৰ কৰি পৰি আছে। ডাঙৰ ছোৱালীজনী বিমোৰত পৰি ওচৰতে থিয় দি চাই আছে। চম্পাক ভিতৰত দেখিয়েই সৰু ছোৱালীজনীয়ে চিঞৰি উঠিল, "মাই আজি খাবলৈ নিদিয়নে কি? ভোক লাগিছে অই।"

দুখে-বেজাৰে জর্জৰিত চম্পাৰ হঠাৎ যেন মতিচ্ছন্ন হ'ল, "মাৰৰ মূৰটোকে খা" বুলি কৈ চম্পাই ছোৱালীজনীক এটা চৰ মাৰি দিলে। চৰটোৰ শব্দত ওচৰতে পৰি থকা কমল চক্ খাই উঠিল। গাৰুৰ পৰা মূৰটো তুলি সেহাই সেহাই ক'লে, "ছোৱালীজনীক খোৱানে?"

চম্পাই প্রত্যুত্তৰ নিদিলে। অপমানৰ গ্লানি অন্তৰৰ পৰা নৌ মাৰ যাওঁতেই চকুত পৰিলহি, আসন্ন বৈধব্যৰ নিদাৰুণ দৃশ্য ক্ষুধাকাতৰ সন্তানৰ হৃদয় বিদাৰক কাকূতি। চম্পা থিৰেৰে ৰয় কেনেকৈ? তাই আৰু থিয় হৈ থাকিব নোৱাৰিলে। আঁচলেৰে মুখখন ঢাকি মাটিত বহি হুক হুক কৰে কান্দিবলৈ ধৰিলে।

মাকৰ ইমান দুখৰ কাৰণ বুজিব নোৱাৰিয়েই বোধ হয়, ছোৱালী দুজনীয়েও মাকৰ লগতে কান্দি উঠিল। মুহূৰ্ত্তেতে ঘৰখনত হুৱাদুৱা লাগি পৰিল। কমলো ধৈৰ্য্যৰে ৰব নোৱাৰিলে—দুচকু বুৰাই চকুলোৰ ধাৰ নিছিগা হ'ল।

বেমাৰী থকা ঘৰত হঠাৎ হোৱা কান্দোনৰ আন অৰ্থ আৰু কি হ'ব পাৰে? ওচৰতে থকা ধনৰ মাক উধাতু খাই লৰি আহিল। কাকো মাত নলগোৱাকৈয়ে ভিতৰলৈ সোমাই গ'ল। কিন্তু ভিতৰ পাইয়েই আচৰিত হ'ল। কমল এতিয়াও সজীৱ, বহি আছে। কিন্তু চকুত চকুলোৰ ধাৰ। মাটিত বহি আঁচলেৰে মুখ ঢাকি চম্পাই কান্দিব লাগিছে। ছোৱালী দুজনীয়ে ধনৰ মাকক দেখিয়েই কান্দোন বন্ধ কৰি দিলে। ধনৰ মাকে বুজিলে, ইমান কান্দোনৰ অৰ্থ আন কিবাহে।

"তইঁতৰ কি হ'ল, ইমান কান্দিছ কিয়?" বুলি কৈয়ে ধনৰ মাক চম্পাৰ ওচৰতে মাটিত বহিল। চম্পাৰ গালে-মুখে হাত ফুৰাই নানা প্ৰবোধ দি ধনৰ মাকে চম্পাৰ ইমান দুখৰ কাৰণটোনো কি; বাৰে বাৰে সুধিবলৈ ধৰিলে। ধনৰ মাকৰ প্ৰশ্ন যিমানেই বেছি হ'বলৈ ধৰিলে সিমানেই যেন চম্পাক শোকে খুন্দা মাৰি ধৰিলেহি, সিমানেই যেন শোক নকমি বেছিহে হ'ল। ধনৰ মাকে চম্পাৰ মুখৰ পৰা কোনো কথাকেই উলিয়াব নোৱাৰিলে। চম্পাৰ এই নিৰুত্তৰ অৱস্থা দেখি ধনৰ মাকৰ সন্দেহ হ'ল—কিবা গুৰুতৰ কথা চম্পাই লুকাইছে। ধনৰ মাকৰ খং উঠিল। বহাৰ পৰা থিয় হৈ ক'লে, "এইবোৰৰ কাৰণেই তইঁতৰ লগত সম্বন্ধ ৰাখিব নোখোজোঁ।" ধনৰ মাক গুচি আহিল।

চম্পাৰ ইমান বেজাৰৰ কি কাৰণ বুজিব নোৱাৰি কমল নিজেও খুব আচৰিত হৈছিল। কিন্তু চম্পাৰ মুখৰ পৰা যেতিয়া আচল কাৰণটো শুনিলে, কমলৰ কমি যোৱা শোকটো যেন আকৌ দুগুণে উথলি উঠিল। "চম্পা! কাক দোষ দিম, সকলো ভাগ্য, ডাঙৰ

মানুহৰ লগত আমি কেনেকৈ ভালে থাকিম ; আমি জোৰৰ নে ফেৰৰ ?”

সেই দিনাই গধূলি চম্পা ধনৰ মাকৰ ওচৰলৈ গ’ল। ধনৰ মাকৰ খং তেতিয়াও মাৰ যোৱা নাছিল। চম্পাৰ মাত শুনিয়েই উত্তৰ দিলে, “এতিয়া আহিছ কি কৰিবলৈ ? কিবা লাগে হ’বলা ?”

চম্পাৰ যেন বুকুখন ফাটি গ’ল। উপায় নাই। চম্পাই সহি ৰ’ল। তাৰ পিছত নিজে উপযাচিয়েই সেইদিনাৰ আবেলিৰ গোটেই ঘটনাটো বিবৰি ক’লে। ধনৰ মাকে সকলো শুনি গ’ল ; চম্পাই শেষ নকৰালৈকে কোনো প্ৰশ্নও নকৰিলে। চম্পাই সকলো কৈ শেষ কৰাৰ পিছত সুধিলে-“বৰুৱানী আয়ে এনে ব্যৱহাৰ কৰিলেনে ? কমলৰ অসুখ মই নিজেই দেখোন জানো। বৰুৱানী আয়ে কিয় বিশ্বাস নকৰিলে ? বাৰু বৰবোপা ঘৰত আছিলনে নাই ? তেওঁ ওলাই নাহিল নে ?”

বৰবোপা, বৰবোপা !—চম্পাৰ অন্তৰে যেন চিঞৰি উঠিল। বৰবোপাৰ নামত চম্পাৰ অনেকখিনি দুখ হঠাতে কমি গ’ল। কিন্তু চম্পাই ধনৰ মাকৰ প্ৰশ্নৰ কোনো উত্তৰকে নিদিলে। ধনৰ মাকো চম্পাৰ উত্তৰৰ কাৰণে ব্যগ্ৰ হোৱা নাছিল। ধনৰ মাকেই আকৌ ক’লে, “বৰবোপাই চাগৈ আজি বৰ কষ্ট পাইছে দেহি। তোলৈ সঁচাকৈয়ে তেওঁৰ বৰ মৰম····।”

চম্পাই লাজত তললৈ মূৰ কৰিলে। ধনৰ মাকে আকৌ ক’লে, “মই এই কথাৰ অনুসন্ধান কৰিম। বৰবোপাৰ তালৈ মই এতিয়াই যাম।”

* * * *

কমল আৰু চম্পা তেতিয়াও শোৱা নাই। ঢিমিক ঢামাককৈ জ্বলি থকা চাকিটোৰ পোহৰত কমল আৰু চম্পা দুয়ো বহি কথা পাতি আছে। হঠাৎ এবাৰ ধনৰ মাকৰ মাতটো কাণত পৰিলহি। চম্পাই অনুমান কৰিলে, লগত যেন আৰু কোনোবা আছে।

চম্পাৰ বুকুখন ঢপঢপাই উঠিল। কাণত পৰিলহি "চম্পা, অ' চম্পা! শুলিনেকি?"

দুৱাৰখন ঠেলি ধনৰ মাক সোমাই আহিল। এই ৰাতি ধনৰ মাক! হঠাৎ চম্পাৰ মুখখন বিবৰ্ণ পৰি গ'ল। চম্পাই সন্মুখত দেখিলে কিবা বিপদ!

ভিতৰত সোমোৱাৰ লগে লগেই ধনৰ মাকে ক'লে, "আহক বৰবোপা; ভিতৰলৈ আহক।"

ধনৰ মাকৰ মুখত বৰবোপাৰ নামটো শুনিয়েই কমলৰ চকু পৰিল চম্পাৰ ওপৰত। দেখিলে, চম্পাৰ মূৰটো যেন আপোনা আপুনিয়েই তললৈ দোঁখাই গ'ল। কমল নিজেও খুব আচৰিত হ'ল। বৰবোপা ইয়াত কিয়? কমলে নিজৰ কাণদুখনকে বিশ্বাস কৰিব নুখুজিলে। কিন্তু পিছমুহূৰ্ত্ততেও কমলে দেখিলে, বৰবোপা ভিতৰলৈ সোমাই আহিছে। আন সময়ত হোৱা হ'লে কমলৰ কিজানি খং উঠিলহেঁতেন; কিন্তু আজি যেন কমল এই সকলোৰে ওপৰত। আজি যেন কোনো সাধাৰণ সামাজিক বন্ধনৰ মাজত কমল আৰু নাই।

বৰবোপাক ঘৰৰ ভিতৰত দেখিয়েই চম্পা সাউৎকৰে সিখোঁটালী-লৈ গ'ল। লাজত চম্পা যেন মৰি যাব খুজিলে। ধনৰ মাকে কি কামটো কৰিলে? বৰবোপাক এই ৰাতি কিয় লৈ আহিল? কিন্তু কোনো সাৰি-শব্দ নকৰাকৈ চম্পা মনে মনে বহি ৰ'ল।

"বৰবোপা বহক," ধনৰ মাকে ভঙা মূঢ়া এটা আগবঢ়াই দিলে। তাৰ পিছত আৰম্ভ কৰিলে—এইয়া বৰবোপা নিজেই ওলাইছেহি। বৰুৱানী আইৰ কথাত ইমান যে বেজাৰ পাইছে, কবলৈ আৰু বাকী নাই। অথনি মোক মতাই নিয়াই ক'লে—বাই চম্পাৰ কাৰণে মই বৰ বেজাৰ পাইছোঁ। মই জীয়াই থাকো মানে চম্পাক আৰু লোকৰ ঘৰলৈ যাবলৈ নিদিম।" মই ক'লো, বোলো "বোপা, সিহঁতে মোক বিশ্বাস নকৰে, নিজেই ব'লক। বোপা নাহেই, মইহে

বহুত কৈ মাতি আনিছো।"

ববৰোপা বেৰলৈ চাই মনে মনে বহি ৰ'ল কমলেও শুনি গ'ল। ভিতৰত বহি লাজত চম্পা যেন মাটিৰ লগতে মিলি যাব খুজিছিল। ধনৰ মাকে কৈ গ'ল—"বোপাৰ সি কথা সেই কাম। মই তহঁতৰ লগত তেওঁক চিনাকি কৰিহে দিলোঁ। বোপা মই এতিয়া যাওঁ, আপুনি অলপ পৰ বহক।" ধনৰ মাক যাবলৈ ওলাল।

নতুন ঠাই, ববৰোপাই কিছু আচহুৱা পাইছিল। ধনৰ মাক যাবলৈ ওলোৱাত ক'লে—"বাই বহচোন, কলৈনো যাব?"

"মোৰ লগত আৰু কথা নাই বোপা। চম্পা বোপাক তামোল পাণ কিঁ আছে দেহি। বোপা বহক।" ধনৰ মাক ওলাই আহিল। ইমান পৰ কমল নিৰ্জীৱৰ দৰে বহি আছিল। কমলে যেন ঠিক বুজিব নোৱাৰিলে, কমল টোপনিত নে জাগ্ৰত আৱস্থাত। ববৰোপাক দেখি কমল অকল আচৰিতেই হোৱা নাছিল, সি এইটোও বুজিছিল। ববৰোপাৰ এইকণ কাৰুণ্যৰ আচল লক্ষ্য কেনি। কিন্তু উপায় নাই। ববৰোপাৰ উপস্থিতি কমলে নিৰৱে সহি ৰ'ল—মুখমেলি প্ৰতিবাদ কৰিব নোৱাৰিলে।

কমলে বুজিলে, কমলৰ সন্মুখত জটিল সমস্যা উপস্থিত। ইয়াৰ ব্যৱস্থা কমলে অকলেই কৰিব লাগিব। কিন্তু কি কৰিব লাগিব, ভাবি অন্ত কৰিব নোৱাৰি কমল মনে মনেই ৰ'ল। ধনৰ মাক যোৱাৰ পিছতো মান্য অতিথিক যে শুশ্ৰূষা কৰিব লাগে, কমলে পাহৰি বাহিৰ হৈ গ'ল, "পিছে বোপানো ক'লৈ আহিল?"

ওচৰতে ইমান পৰ তললৈ মূৰ কৰি ববৰোপা মূঢ়াটোত বহি আছিল। কমলৰ মাতত যেন টোপনিৰ পৰাহে সাৰ পালে। লৰালৰিকৈ জেপত হাত ভৰালে। কমলৰ কাণত পৰিল টকাৰ ঝণঝণনি। কমলে তৎক্ষণাৎ বুজিলে, ববৰোপাই কমলক দিবলৈকে টকা আনিছে। কিন্তু এই টকা লোৱা উচিত হবনে নহয়, কমলে সিদ্ধান্ত কৰি উঠাৰ আগতেই ববৰোপাই কমলৰ হাতত কিবা এটা

গুজি দিলেহি। কমলে গম পালে ববৰোপাই টকা কেইটামান কমলৰ হাতত দিছে। কমলে হাতত পৰা টকা কেইটা দলিয়াই পেলাব নোৱাৰিলে ; নালাগে বুলি কবলৈকো শব্দ বিচাৰি নাপালে। ববৰোপা আকৌ মূঢ়াত বহিলহি। কাৰো মুখত কোনো কথা নাই ; যেন কিবা গুৰুতৰ সমস্যা সমাধান কৰিব নোৱাৰিয়েই নিজ নিজ ভাবত চিন্তামগ্ন।

এইদৰেই কিছুপৰ গ'ল। তাৰ পিছতেই আৰম্ভ কৰিলে কমলেই—"বোপা ঈশ্বৰে মাৰি নিয়া হ'লেই ভাল আছিল, কষ্ট আৰু কিমান সহিম ?" কমলে আৰু বেছি ক'ব নোৱাৰিলে, শোকত যেন কণ্ঠ ৰোধ হৈ আহিল।

মূঢ়াত বহি বোপাই শুনি গ'ল, কোনো উত্তৰকে নিদিলে।

ৰাতি বাৰটা বাজি গ'ল। চাৰিওফালে মানুহ শুই নিঃপালি দিলে। মাজে মাজে দূৰৈত দুই এটা কুকুৰত ভুকনিৰ বাহিৰে আৰু কাৰো সাৰি-শব্দ নাই। সেই ভঙা ঘৰটোৰ ভিতৰত ববৰোপা মূঢ়াত, কমল বিচনাত। কাৰো মুখত কথা নাই। কথা যেন শেষ হৈ গ'ল। কি কথা পাতিব ; কোনেও যেন বিচাৰি পোৱা নাই। কিন্তু এই অনিশ্চিত নিস্তব্ধতা সহি থকাও যে টান। শেষত কমলেই এই নিস্তব্ধতা ভাঙি মাত দিলে—"চাওঁ হেৰা, ববৰোপা বহুতপৰ বহি ৰল। তামোল এখনকৈ আনচোন।"

আকৌ সেই নিস্তব্ধতা। তামোল আৰু নাহিল। তামোল কটাৰ শব্দও কাণত নপৰিলহি। কমলৰ যেন এইদৰে বহি থাকি ভাল নালাগিল। তামোল আনিবলৈ অগত্যা বিচনা এৰি কমল নিজেই সিথেঁাটালীত সোমালগৈ।

কমলৰ চকুত পৰিল, আঁঠু দুটাত মূৰটো থৈ তললৈ মূৰ কৰি চম্পা বিচনাত বহি আছে। কমলে বুজিব নোৱাৰিলে, এইদৰে টোপনিয়াইছেনে নাই বহি আছে। কমলে লাহেকৈ মাত দিলে—"হেৰা।"

মূৰটো দাঙি চম্পাই কমললৈ চালে। কমলৰ চকুত পৰিল। সেই শেতা মুখখনত ডাঙৰ ডাঙৰ চকুযোৰ যেন তিৰবিৰাব লাগিছে। চুলিযোৰ আউল-বাউল হৈ মুখখনৰ ইফালে সিফালে পৰি আছে। মুহূৰ্ত্ততে কমলৰ মনত খেলাই গ'ল, কেনে সুন্দৰ, কেনে সৰল!

লাহে লাহে কমল চম্পাৰ ওচৰলৈ আহি তাইৰ হাত দুখনত ধৰিলেহি—"চম্পা! ৰবৰোপা অথনিৰে পৰা বহি আছেহি। মাত এষাৰ নিদিলে জানো ভাল হ'ব?" কমলৰ মুখেদি আৰু কথা যেন বাহিৰ হ'ব নুখুজিলে। চকুৰ পতা দুখনো তিতি গ'ল। চকুত পৰিল ওচৰতে শুই থকা ক্ষীণ, দুৰ্বল ছোৱালী দুজনীলৈ। দুয়োজনী টোপনিত লালকাল। সংসাৰৰ খবৰ সিহঁতে একোকে নাজানে। মাক-বাপেকৰ হিয়াত জ্বলি থকা তুঁহ জুইৰ কিমান পোৰণি সিহঁতে বুজি নাপায়। কমলৰ চিন্তাধাৰাত যেন বেমেজালি ঘটিল। ইহঁতক কোনে প্ৰতিপালন কৰিব? কাৰ ওচৰলৈ গৈ হাত পাতিব? দাৰিদ্ৰ্যৰ যান্ত্ৰনা আৰু কিমান সহিব? চম্পাই উত্তৰ নিদিলে। কমলৰ চকুত নপৰিল, চম্পাৰো দুচকু বুৰাই ধাৰ নিছিগাকৈ পানী ব'বলৈ ধৰিলে। চম্পাই সকলো জানে, সকলো বুজে; কিন্তু উপায় ক'ত? কঠোৰ দাৰিদ্ৰ্য ঠেলি চম্পা আৰু কিমান আগুৱাব? লঘোন আৰু কিমান খাটিব? সন্তানৰ কৰুণ ক্ৰন্দন আৰু কিমান সহিব? চম্পাৰ আছে কোন? এই বিপদত চম্পাক কোনে আকোৱালি ধৰিব? এমুঠি চাউল, এটা পইচা, এখন কাপোৰ! তাৰ কাৰণেই কত কেটেৰা-জেঙেৰা। মনত পৰিল বৰুনীয়াৰ নিষ্ঠুৰ অন্যায় ব্যৱহাৰবোৰলৈ। হঠাৎ যেন চম্পাক দগ্ধ কৰি দিলেহি। এনে অত্যাচাৰ, এনে অন্যায়।

আকৌ কমলে মাত দিলে—"চম্পা, ৰবৰোপা বহুতপৰ বহিল। বেয়া পাব। আৰু অকলে বহুৱাই নথবা।"

ৰবৰোপা, ৰবৰোপা! চম্পাই যেন নামটো আওঁৰাবলৈ ধৰিলে। কিন্তু চম্পা ৰহাৰ পৰা আৰু নুঠিল। চম্পাই যেন কিবা এটা

ভাবিলে। ওঁঠৰ ওপৰত মৃৰটো থৈ তাই বহিয়েই ৰ'ল।

কমলৰ যেন অসহ্য হ'ল—"চম্পা, ৰবযোপাক জানো একাবাৰ মাত নিদিলে ভাল হ'ব? তেওঁ নিজে আহি আজি মাত দিছেহি।" কমলৰ কথা শেষ নহওঁতেই, চম্পা বিচনাৰ পৰা নামি আহিল। কমল লাহেকৈ চম্পাৰ বিচনাখনত উঠিলগৈ।

চম্পাৰ খোজ যেন আৰু আগ নাবাঢ়ে। চম্পা যায় ক'লৈ? কেখোজমান আহিয়েই চম্পা ৰ'লহি। বিছনাৰ পৰা সেহাই সেহাই কমলে মাত দিলে—"বৈ আছা কিয়? যোৱা বহুত পলম হ'ল।"

চম্পা আৰু আগ নাবাঢ়িল। বাঢ়ে কেনেকৈ? ভৰিয়ে আগবাই নাবায়। কমল বিছনাৰ পৰা নামিল। চম্পাৰ হাত এখনত ধৰি প্ৰায় টানি নি চম্পাক আগুৱাই দিলেহি।

কমল আকৌ বিছনাত পৰিলহি। চকু দুটা মুদি বিছনাত ধৰফৰাই ৰ'ল। অলপ সময়ৰ পিছত কমলে যেন গম পালে সিধোঁটালীৰ চাকিটো নুমাই গ'ল। লগে লগেই কমলৰ গোটেই অন্তৰ জুৰি হাঁহাকাৰৰ ৰোল উঠিল।

কমলে চেষ্টা কৰিলে টোপনি যাবলৈ, কিন্তু টোপনি আৰু নাহিল। আজি কমলৰ কাহটোও বেছি হৈ গ'ল। কাহি কাহি বেচেৰা থৰ লাগে; ভাল হয়; আকৌ কাহ উঠে। কমলে শুনি গ'ল ওচৰৰ জেলখানাৰ কাঁহত এক বাজিল, দুই বাজিল, তিনি বাজিল। এবাৰ যেন কমলৰ চিলমিলকৈ টোপনি আহিল। কিন্তু হঠাৎ যেন কিবা এটা শব্দত চকখাই কমলৰ টোপনি ভাগি গ'ল। টোপনিৰ থকা-মকাত কমলে মাত দিলে "কোন?" কোনো প্ৰত্যুত্তৰ নাহিল যদিও কমলে পিছ মুহূৰ্ত্তত গম পালে, কোনোবা এটাই আগফালৰ দুৱাৰখন জোৰেৰে মেলি বাহিৰ হৈ গ'ল।

* * * *

কমল বিচনাতে পৰি ৰ'ল। টোপনি আৰু নাহিল অন্তৰ

কৰিলে, মুখটো গৰম। চকু দুটাও যেন পুৰি আছে। ইকবাৰ যেৰখনৰ মাজেদি বাহিৰৰ পোহৰ ভিতৰত পৰিলহি। দুয়োত ইফালে সিফালে মতা চৰাইৰ মাতত গোটেই জগতখনেই বিনন্দীয়া হৈ উঠিল। চম্পাক এবাৰ চাই আহিবলৈ কমলৰ একান্ত ইচ্ছা হ'ল, কিন্তু সি যাব নোৱাৰিলে। কমলৰ যেন লাজ লাগিল। অপৰাধৰ গ্লানিত যেন হিয়া ভাগি গৈছিল। ওচৰতে শুই থকা ছোৱালী দুজনীৰ দেহ দুটা বিকৃতাকৃতিত বিছনাখনৰ ইফালে সিফালে পৰি আছে। একেলগেই বহুত চিন্তাই আগুৰি ধৰি কমলক বিহ্বল কৰি তুলিলে। কমলৰ পক্ষে বিচনাত পৰি থকা অসম্ভৱ হৈ উঠিল। কিন্তু ওলাই আহি চম্পাক দেখা দিবলৈকো কমলৰ ভাল নালাগিল। অগত্যা কমল বিচনাতেই পৰি ৰ'ল।

দিনৰ পোহৰ ঘন হৈ আহিল। ৰাতিপুৱাৰ নিস্তব্ধতা ভেদি ৰিণিকি ৰিণিকি কমলৰ কাণত "চাহ, ৰুটি-বিস্কুট।" শব্দৰ লগে লগেই মন্ত্ৰ মুগ্ধৰ দৰে ধৰ-ফৰকৈ কমল বিছনাৰ পৰা উঠি বহিল। তাৰ পিছত এখোজ দুখোজকৈ লাহে লাহে বাহিৰলৈ ওলাই গ'ল।

বাহিৰলৈ আহিয়েই প্ৰথমেই চকুত পৰিল আগফালৰ দুৱাৰখন তেনেই মেল খাই আছে। ওচৰতে বিছনাখনত চকু দুটা মুদি চম্পা। বাহিৰৰ পৰা অহা পোহৰ চম্পাৰ মুখখনত তেতিয়াও ভালকৈ পৰা নাই। কমলৰ চকুত পৰিল, চম্পাৰ গালত আৰু চকুত পানীৰ চিন। মাজে মাজে চম্পাই যেন একো একোবাৰ উচুপি উঠিছিল। কমলৰ আৰু বুজিবলৈ বাকী নাথাকিল যে, চম্পাই অলপ আগলৈকে কান্দি আছিল। কমল অহা কথা চম্পাই বোধকৰো ক'ব নোৱাৰে। চম্পা সেই দৰেই পৰি ৰ'ল। চম্পাৰ মুখলৈ চাই কমল তাতেই থিয় দি ৰ'ল। কমলৰ গোটেই হিয়া ভাঙি ওলাই আহিল এটা হুমুনিয়া। শোকে কমলক হেঁচা মাৰি ধৰিলেহি। কমলৰ পক্ষে থিয় হৈ থকা অসম্ভৱ হৈ পৰিল। কমল মাটিত বহিব খুজিলে, ঠিক এনেতে তাৰ কাণত পৰিলহি "চাহ, ৰুটি বিস্কুট।"

কমল আৰু নৰহিল। সৰালৰিকৈ ধুতিখনৰ আগত বান্ধি হোৱা টোপোলাটো মেলি চাই দেখিলে, তাত বান্ধি থোৱা আছে পাঁচ টকা। তাৰে টকা এটা হাতত লৈ বেগাবেগিকৈ কমল ঘৰৰ বাহিৰ হৈ আহিল।*

* ১১শ বছৰৰ প্ৰথম সংখ্যা (পুহ, ১৮৬১ শক, ইং ১৯৩৯) আৱাহনত প্ৰকাশিত।

# স্মৃতিৰ জোৱাৰ

কেতেকীৰ মনত পৰে পুৰণি কথাবোৰ। কোমল বয়সৰ স্মৃতি, সেই কাৰণেই সাঁচবোৰ গভীৰ। সহজে মাৰ যাব নোখোজে। অনন্তৰ কথা মনত পৰে। যৌৱনৰ ছয়ামযা এটা সপোন। প্ৰাণৰ এটি আৱেগ। কিন্তু সপোন ভাগি গ'ল। বাস্তৱৰ বজ্ৰমুষ্টিৰ প্ৰহাৰত সপোন হৈ উঠিল অবাস্তৱ। মাত্ৰ জ্বলি ৰ'ল স্মৃতিৰ অনিৰ্বাপিত অগ্নিশিখা। চেষ্টা কৰে অতীতক পাহৰি যাবলৈ। কিন্তু পাহৰে কেনেকৈ? সৰুকালৰ কথাবোৰ মনত পৰে।

সাধন, থানেশ্বৰ, ফেচেউৰ মাক, সদাগৰ আৰু তাৰ ধৈণীয়েক বাওণী। হৰ্ষ-বিষাদৰ একোটা একোটা স্মৃতি। সিহঁত নাই, কিন্তু আছে সিহঁতৰ ক্ষীণ স্মৃতি।

কেতেকীৰ মনত পৰে তাই সৰু হৈ আৰু থকা নাই। তাইৰ স্বামী আছে, সন্তানৰ তাই মাক। সুখ-দুখৰ ভাগ ল'বলৈ আছে এখন সমাজ। চাৰিওফালে পৰিবৰ্তন। তাই অনুভৱ কৰে তাইৰো পৰিবৰ্তন ঘটিছে। তাই বুজে তাইৰ বয়স বাঢ়ি গৈছিল। মনলৈ আহে এই মানুহবোৰৰ দৰে তায়ো নাইকিয়া হ'ব। অন্তৰৰ অতৃপ্ত কামনা বাসনা অপূৰ্ণ হৈয়ে ৰ'ল। গাওঁখন, মানুহবোৰ, ঘৰৰ আগৰ পথাৰখন এৰি থৈ যোৱাৰ কথা ভাবিলে তাইৰ দুখ লাগে। কত স্মৃতি, কত সপোন, কত সুখ-দুখৰ কল্পনা।

আজি বহুতেই নাই, কিন্তু গাওঁখন আছে। ভাগ্যান্বেষী বহুতেই গাওঁখন এৰি থৈ গ'ল দেশে বিদেশে। ঘূৰি হয়তো আৰু নাহে। অনন্তও নাহে। গাওঁখনৰ কাষেদি বৈ যোৱা নদীখনৰ সোঁত বন্ধ হোৱা নাই। আজিও বৈ আছে, মহাসাগৰলৈ। কিন্তু কেতেকীয়ে ভাৱে

আগৰ সেই সোঁত আৰু যেন নাই। গছ গজিছে, মৰিছে, আকৌ গজিছে। ইকৰা, খাগৰি, নল, কঁহুৱা, বিৰিণা।

পুৰণিয়ে ঠাই এৰি দিছে নতুনক। প্ৰকৃতিৰ স্বাভাৱিক এটা গতি। সকলোৰে ৰূপান্তৰ ঘটে, তাইৰো ঘটিছে। যৌৱনৰ উন্মাদনা নাই, কিন্তু উত্তাপ আছে। এসময়ত ডেকা ল'ৰাৰ চকু থিৰ কৰিব পৰা ৰূপৰাশিত ফুটি উঠিছে প্ৰৌঢ়ত্বৰ অভিশাপ। অতীতৰ পৰা তাই যেন বিচ্ছিন্ন হৈ গ'ল। অতৃপ্ত বৰ্ত্তমান উদ্বিগ্ন হৈ ৰৈ আছে অতীতৰ মধুৰ স্মৃতিত গঢ়ি উঠা ভৱিষ্যতলৈ অপেক্ষা কৰি। ঋতু আহে যায়। বসন্ত, বৰ্ষা, শৰৎ, হেমন্ত, গ্ৰীষ্ম। এদিন চিৰ বাঞ্ছিত ভৱিষ্যৎ থিয় হ'বহি বৰ্ত্তমানৰ ৰূপ লৈ। তাৰ পিছত লয় পাব অতীতত। ৰৈ যাব সুখ-দুখৰ স্মৃতি। কালৰ অনন্ত স্ৰোত অবিশ্ৰান্ত ধাৰাত বৈ ৰ'ব অনন্তৰ উদ্দেশ্যে।

দয়াৰাম মেধি আজি নাই। কিন্তু চাৰিওফালে স্মৃতি। অনন্তৰ দ্বাৰাই পিতাক মেধিৰ কথা কেতেকীৰ মনত পৰে। কেতিয়াবা চকু দুটা চলচলীয়া হৈ উঠে। পিতাকৰ মৃত্যুৰ কথা ভাবি নহয়, পিতাকৰ সাংসাৰিক জীৱনৰ নানা ব্যৰ্থতাবোৰৰ কথা ভাবি। ঈশ্বৰে সকলো দিছিল। বিষয়-বৈভৱ, মান-সন্মান, সত্যনিষ্ঠ, ধৰ্মভীৰু, সুশ্ৰী পুৰুষ। মেধিক শ্ৰদ্ধা কৰা নাছিল কোনে? কিন্তু বিধতাৰ অভিশাপে মেধিক মৰিমূৰ কৰি দি গ'ল। এটা নহয়, দুটা নহয়, তিনটা ভৰবয়সৰ ডেকা ল'ৰা নিজ হাতেৰেই শ্মশানলৈ নি সিহঁতৰ শেষ সংকাৰ কৰি আহিল। গোটেই ঘৰখনেই উপলব্ধি কৰিছিল. খন্তেকৰ কাৰণে হ'লেও, জীৱনৰ অনিত্যতা। সুখ-দুখৰ মাজত ব্যৱধানৰ পাৰ্থক্য ঠেক হৈ আহিছিল। কিন্তু যেন চিৰ অজেয়, চিৰ অতৃপ্ত মানৱ হৃদয়ে পাহৰি যায় এই উপলব্ধি। আৰম্ভ কৰে নতুন সংগ্ৰাম। বিৰাম নাই, ভাগৰ নাই, বিশ্ৰাম নাই।

গাওঁখনৰ মানুহবোৰৰ পুৰণি কথাবোৰ মনত পৰে। কেতেকীয়ে ভাবে সিহঁত নাই, ময়ো নাথাকিম, কোনোৱেই নাথাকিব। অনন্ত-

মাথাকে। হয়তো বা এদিন এই পৃথিৱীখনেই নাইকিয়া হৈ যাব। নাইকিয়া হৈ কি হ'বগৈ কেতেকীয়ে ভাবিব নোৱাৰা হৈ পৰে।

কিন্তু এই পৰিবৰ্ত্তনৰ মাজেদিয়েই যেন অলি আছে তাইৰ অতীত জীৱনৰ স্মৃতিৰাজি। কেতিয়াবা নিজৰ অতৰ্কিতেই ধাৰ নিছিগা চকুলো বাগৰি পৰে, বুকু ভাঙি বাহিৰ হয় বেদনাৰ হুমুনিয়াহ। নদীৰ পাৰৰ সেই বুঢ়া আঁহত জোপাৰ কথা, বৰজোপাৰ কথা ৰিণিকি ৰিণিকি মনত পৰে। নদীয়ে খহাই নিয়া বেলজোপা, ঐ জোপা চকুৰ আগত যেন জিলিকিব লাগিছে। বুঢ়া শিমলু জোপাৰ ওপৰত থকা শগুণৰ বাহবোৰ ক'ত পাতিলৈগৈ নেজানে। খেৰৰ জুপুৰি সৰু সুৰু ঘৰবোৰ আজিও আছে। কিন্তু তাত থানেশ্বৰ মাথাকে, সাধনকায়ো নাই। ফেচেঙৰ মাকৰ যঁতৰটো ঘেৰ ঘেৰ কৰি আৰু নুঘূৰে। গিৰিয়েকৰ লগত চিঞৰি চিঞৰি দন্দ কৰিবলৈ ৰাওনীও নাই, সদাগৰো নাই। নতুন কিছুমান ঘৰ, এচাম মানুহ। তাৰে কিছুমান ডাঙৰ, কিছুমান সৰু।

মনত পৰে সিহঁতলৈ। সাধনকায়, ধনেশ্বৰ, অনাদি, থানেশ্বৰ, উমাৰাম ··অনন্ত। হৃষ্ট-পুষ্ট দেহ জাৰে-জহে অনাবৃত। মুখত সদায় লাগি আছিল তৃপ্তিৰ হাঁহি। অশান্তি, অতৃপ্তিৰ জয়ে উচ্চাকাঙ্খাৰ দানৱে সিহঁতৰ দেহমন জুকলা কৰা নাছিল। মনত পৰে সিহঁতৰ পথাৰখন, গৰু কেইটা, বিলৰ মাছ-পুঠী-ষি দুই-এটা ধৰিব পাৰে। হাল বায়, গৰু ৰখে, ভূঁই ৰোৱে, ধান চপায়। কেতিয়াবা হয়তো জ্বৰ হয়। কলিয়া বেজে জৰা-ফুকা কৰে। ক'লা, বগা, ৰগা দোল বান্ধি দিয়ে। ভাওনাত ভাও লয়। কৃষ্ণ-অৰ্জ্জুন, ৰাম-লক্ষ্মণ, দ্ৰৌপদী-সীতা, কুম্ভকৰ্ণ, ভীষ্ম, দুঃশাসন। বিহুত ঢোল বজায়, নাচে। লিখা-পঢ়া শিকি ডাঙৰ মানুহ হোৱাৰ সপোন নাছিল। ভাল পোৱা ছোৱালীজনীৰ লগত ঘৰ পাতে। দিন কটায় মনৰ সুখেৰে। তাই যেন ভাবিব নোৱাৰা হৈ যায়। অনন্তৰ কথা মনত পৰে। তাই এদিন ভাবিছিল তাইৰ দৰেই অনন্তয়ো তাইক ভাল পাইছিল।

কিন্তু যেন ভুল। মনটো উভতি আহে গাৱঁৰ বিহুতলি খনলৈ। চাওঁতে চাওঁতেই বিহুতলিখন উদং হৈ গ'ল। তাত বিহু মাৰিবলৈ আৰু কোনো নাযায়। মানুহবোৰবো যেন কিবা পৰিবৰ্ত্তন হৈ গ'ল। তাহানিৰ পিৰিকা ফুলেৰে ঘৰত কৰা গোন্ধতেল কোনেও আজি নঘঁহে। কান্ধত গামোচা লৈ আঠুমূৰীয়া চুৰিয়া পিন্ধি বিহুতলীলৈ কোনো নাযায়। সাধনকায়, থানেশ্বৰ, ধনেশ্বৰ নাই। বিহুতলীৰ ঢোল টকাৰ মাতত জীয়াৰী-বোৱাৰীৰ প্ৰাণ নাচি নুঠে। উঠিবৰ উপায় নাই। বৰগছ জোপাৰ তলৰ বিহুতলীত ডেকা-গাভৰুৱে জুম নাপাতে। ইটোৰ প্ৰতি সিটোৰ মৰম-পীৰিতি, প্ৰাণৰ আকৰ্ষণ যেন আৰু নাই। প্ৰাণে বিচাৰে প্ৰাণ। আজি সকলো যেন নিষ্প্ৰাণ হৈ গ'ল। ভৱিষ্যতৰ কল্পনাত মানুহবোৰ যেন অন্ধ হৈ গৈছে। নিজৰ সুখ-স্বাচ্ছন্দ্যৰ কথাকেই যেন সকলোৱেই ভাবে। বিহুতলীৰ মাজকতা বিহুতলীৰ মোহ। কিবা এটা যেন আকৰ্ষণ। মনত পৰিল সেইবাৰ হাঁহিবামে ৰঙিলীক বিহুতলীৰ পৰাই ধৰি লৈ গ'ল। গাৱঁত মেল বহিল। ল'ৰা-ছোৱালীৰ মন মিলিছিল। ৰাইজে ৰঙিলীৰ লগত সংসাৰ পাতিবলৈ হাঁহিবামক হুকুম দিলে। পুৰণি কথা মনত পৰিছিল। ৰঙিলীৰ ল'ৰা ডেকা হ'ল, ছোৱালী বিয়া কৰালে। তাই ঘৰবুঢ়ী হ'ল।

সকলো কামবনৰ মাজেদিয়েই পুৰণি কথাবোৰ কেতেকীৰ মনত পৰে। উস্! কেতিয়াবা তাই নিজেই চকখাই উঠে। মানুহ ইমান অকৃতজ্ঞ কেনেকৈ হ'ব পাৰে? অনন্তক তাই ক্ষমা কৰিব নোৱাৰে যে। অনন্তৰ কথা তায়ে বা পাহৰে কেনেকৈ? তেতিয়া তাই সৰু ছোৱালী। গাৱঁত শুনিলে সাধনকায়, থানেশ্বৰ দুয়োটা মৰিল। খবৰটো শুনি তাই চকখাই উঠিল। মানুহো মৰে নে? তাই গৰু মৰা দেখিছে, মানুহ মৰা দেখা নাছিল। সাধন, থানেশ্বৰ মৰাৰ খবৰটো পালে, সিহঁতক মৰা নেদেখিলে। কিন্তু চকুৰ আগত যেতিয়া বৰ ককায়েকক বাহিৰলৈ আনি চোতালত শোৱাই

ললে তেতিয়া তাই মাত্ৰ আচৰিতেই হৈছিল। আচলতে কি হৈছিল বৃত্তিৰ সোৱাদিলে। লাহে লাহে তাই মাত্ৰ অনুভৱ কৰিছিল ককায়েকৰ অভাৱটো। দিন আগুৱাই গ'ল। বাকী দুটা ককায়েকো মৰিল চকুৰ আগতে। চাঙ্গীত তুলি শ্মশানলৈ লৈ গ'ল। ঘৰৰ সকলোয়ে কান্দিলে, তায়ো কান্দিলে। কান্দোন বন্ধ হ'ল। কিন্তু বুকুত জ্বলি ৰ'ল নিদাৰুণ স্মৃতি। তাৰ পিছত পাল পৰিল মাকৰ। এইবাৰ মেথিয়ে নাকান্দিলে। কান্দিলে তাই অকলেই। ঘৰখন উদং হৈ গ'ল, উদং হৈ গ'ল তাইৰ অকণমান হিয়াখন। মাক নোহোৱা ঘৰত তাই অকলে কেনেকৈ থাকিব? শোকে তাইক খুন্দা মাৰি ধৰেহি। চকুৰ পানী ওলায়। উচুপি উচুপি কান্দে। লাহে লাহে যেন সহ্য হৈ আহিছিল। মানুহ মৰাৰ খবৰে তাইক আৰু বিচলিত নকৰা হ'ল।

নিতান্ত আৱশ্যক নহলে মেথি ঘৰৰ পৰা আঁতৰি নাযায়। ঘৰতে থাকে পুথি-পাঁজি চায়। অকলশৰীয়া নিঃসঙ্গ দিনবোৰ দিলেহি জীৱনৰ এটা নতুন ৰূপ। সকলো আছিল, সকলো গ'ল। সন্মুখত মেথিয়ে দেখে বিৰাট নিষ্ফলতা, শূন্যতা। কোনোবাই কোনোবাই পৰামৰ্শ দিলেহি দ্বিতীয় সংসাৰ আৰম্ভ কৰিবলৈ। কেতেকীয়ে কথাবোৰ শুনে, মনটো কেনেবা হৈ যায়। কিন্তু কথা শুনি মেথিয়ে হাঁহে। উত্তৰ দিয়ে—"ভোগ কৰিবলৈ আৰু বাকী নাই, সকলো কৰিলো। আপদ চপাই নলওঁ। ছোৱালীজনীৰ গতি এটা লগাব পাৰিলেই হ'ল।" খবৰটোত কেতেকীৰ বুকুখন চিৰিং কৰি উঠিল। নিজৰ ভৱিষ্যতৰ কথা চিন্তা কৰিবলৈ চেষ্টা কৰিলে।

"এতিয়া দেখোন চাউল মুঠি বান্ধি দিয়া মানুহেই নাই।" পৰামৰ্শ দিবলৈ অহা মানুহে যুক্তি আগবঢ়ায়।

"যেনে তেনে চলিছে, চলি থাকিব। আপদ আৰু নবঢ়াওঁ।"

কেতেকীৰ মনত পৰে। মেথিয়ে পুথি পঢ়ে ওচৰতে বহি তাই

টোপনিয়াই থাকে।

"তই দেখোন টোপনিয়াইছ। যা কাপোৰ-কানিখিনি লগাই চাউল কেইটাকে বহাই দেগৈ, মইয়ো গৈছোঁ।

উস, সেই দিনবোৰ। কৰুণ স্মৃতি মনত পৰি তাইৰ বুকুখন ফাটি যাব খোজে। মনত পৰে কেতিয়াবা তাই ভাত বান্ধিবলৈ যায়, কেতিয়াবা শুই থাকে। দুভাগ ৰাতি হয়তো কটাইছিল লঘোনতেই।

তায়ো আন আন ল'ৰা-ছোৱালীৰ দৰেই গাৱঁৰ স্কুললৈ গৈছিল। ৰাতিপুৱাই যায়, দুপৰীয়া উভতি আহে উদং ঘৰখনলৈ। কেতিয়াবা খায়হি আগদিনাৰ ভাত, নহলে নাই। কেতিয়াবা খুৰীয়েকে মাতি নিয়ে, কেতিয়াবা সম্বন্ধৰ বৌৱেক আঘোণীয়ে। সেই দিনবোৰ কোতেকীয়ে আজিও পাহৰা নাই।

গাৱঁৰ নামঘৰত ভাওনা হয়। মেধিয়েই মুখীয়াল। পঞ্চা-গাওঁবুঢ়াই পৰামৰ্শ কৰেহি। তাই মেধিৰ লগতেই নামঘৰলৈ যায়। এচুকে বহি গোসাঁই ভাৰৰীয়া চাবলৈ বৈ থাকে। দশৰথ ৰায়নৰ পুতেক অনন্তই কৃষ্ণৰ ভাও লয়। অনন্তক তাইৰ বৰ ভাল লাগে। কেতিয়াবা আলিয়ে পদুলিয়ে লগ পায়। কেতিয়াবা জোকায়, কেতিয়াবা কৰে ধেমালি। অনন্তৰ দৰে কৃষ্ণৰ ভাও দিব পৰা তাই কাকো দেখা নাই। কৃষ্ণৰূপী অনন্তৰ স্বচ্ছ ছবি এটা যেন চকুৰ আগত ভাঁহি উঠিলহি। কৃষ্ণৰ ত্ৰিভঙ্গ মূৰ্ত্তিৰ নাচ। মূৰত ম'ৰা পাখিৰ কিৰিটী, কাণত কুণ্ডল, ডিঙিত বনমালা, কঁকালত হালধীয়া বস্ত্ৰ। বৰণ মাৰি নীলা কৰি লোৱা দেহটো। স্মৃতি যেন বাস্তৱ হৈ উঠে। সেই দিনবোৰ। আজিও অনন্ত আছে, নাই দিনবোৰ।

দিনবোৰ আগুৱাই যাবলৈ ধৰিলে। তাই বুজিলে তাই আৰু সৰু হৈ থকা নাই। আগৰ দৰে ফুৰিবলৈ যেন শঙ্কা লগা হ'ল, কিবা যেন এটা লাজৰ ভাব। পৰৰ ডেকা ল'ৰাৰ আগত চকুৱে-চকুৱে পৰিলে মুখখন ৰঙা পৰি উঠে। স্কুললৈ তাই আৰু অহা-যোৱা নকৰে। খুৰীয়েকে ঘৰতে তাঁত এখন লগাই দিলেহি। ভাল

এজনী শিপিনী হোৱাৰ আগ্ৰহ হ'ল।

তাইৰ কিছু আঁতৰ সম্বন্ধৰ মোমায়েক ৰামনাথ আহিছিল আগে পিছেও আহে। পিতাকৰ লগত কিবা কিবি কথা পাতে, গুচি যায়। সেইদিনা তাঁতৰ শালৰ পৰা শুনিলে ৰামনাথৰ অস্পষ্ট কেইটামান কথা। বুজিলে তাইৰ বিয়াৰ বিষয়ে কিবা আলোচনা হৈছে।

"জেঠেৰি, সকলোবোৰেই গ'ল। থকাৰ ভিতৰত সেই ছোৱালী-পাল। তাইৰে বা কোন দিনা কি হয়, কোনে জানে? ভাল ল'ৰা এটা পালে তাইকে দি ভেটিটো ৰখাবৰ মন।"

পিতাকৰ মাতটো কাণত পৰিলহি। লগে লগেই কথা কেইটাই তাইৰ বুকুৰ মাজত যেন এটা হেন্দোলনি তুলিলেহি কিবা এটা লাজৰ ভাৱে তাইৰ কাণ দুখন যেন গৰম কৰি দিলেহি। মনলৈ আহিল পিতায়ে কাক আনিব, কোন আহিব? ছয়ামৰ্যাকৈ গাৱঁৰ ডেকা ল'ৰাবোৰলৈ মনত পৰে অনন্ত, সতৰাম, নিগনি, মহীধৰ। মনটো তাইৰ অনিশ্চিত হৈ পৰে।

"এৰা, ময়ো তাকেই ভাবিছোঁ। ভাল ল'ৰা এটা পালেই হয়। গাৱঁৰে হলেই ভাল। "পিছে গাৱঁৰনো কোন আহিব?"

মোমায়েকৰ মাত। লগে লগে তায়ো ভাৱে গাৱঁৰ নো কোন আহিব? অনন্ত, সতৰাম, মহীধৰ। তাই অনিশ্চিত হৈ পৰে।

জেঠেৰি, ইমানবোৰ সম্পত্তি মোক কোলেই? দশৰথ বায়নৰ ল'ৰা অনত (অনন্ত) পঢ়াশুনাত ওপৰলৈ গৈছে। ময়ে খৰছ দিওঁ কিমান পঢ়ে আৰু পঢ়ক। মোৰ ঘৰ-দুৱাৰ, মা-সম্পত্তি সকলো তাৰেই হ'ব। ম'হৰ খুটিখন ৰখাইনো কি কৰিম! নিজে চলাবই নোৱাৰোঁ। পৰৰ হাতত পৰি নষ্ট হৈ গৈছে। তাকে বেচি দিওঁ বুলি ভাবিছো। সিয়ো পঢ়ক, ছোৱালীজনীৰো গতি লাগক। কথাটো বায়নক সুধিবাচোন।"

কথা শুনি কেতেকী বিহ্বল হৈ পৰিল। তাই যেন থিৰেৰে ৰ'ব

নোৱাৰা হ'ল। ওচৰৰ তাঁতৰ খুটাটোত মূৰটো হেঁচি ধৰিলে।......
অনন্ত! তাইৰ অস্পষ্ট সপোনৰ লগৰীয়া অনন্ত! দশৰথ বায়নৰ ল'ৰা অনন্ত! ছয়ামময়াকৈ অনন্তৰ মুখখন, দেহটো তাই যেন দেখিবলৈ ধৰিলে জিলাৰ স্কুলত পঢ়ে। কঁকালত দীঘল চুৰিয়া, গাত নিকা, নিমজ চোলা। ক'লা ডাঠ চুলি কৈছো, জিলাৰ নাপিতে কটা। মুখখন দেখিলেই যেন মৰম লাগে। তাইৰ চকু দুটা জাপ খাই গ'ল।

* * * *

সেইবোৰ পুৰণি কথা। দশৰথ বায়নৰ আৰ্থিক অৱস্থা পেটে-ভাতে খাই থকা। তিনটা ল'ৰা। অনন্ত ডাঙৰ। গাৱঁৰ স্কুলত নাম লগাই দিলে। সাধন পণ্ডিতে গম পালে ল'ৰাৰ বুদ্ধি, আগলৈ ডাঙৰ মানুহ হ'ব। পণ্ডিতে যত্ন ল'লে। গাৱঁৰ পঢ়া পঢ়ি জিলাৰ স্কুল পালেগৈ। বন্ধুৱা সকলৰ বাৰীৰ এচুকে বায়নে ঘৰ এটা সাজি দিলে। শনিবাৰে ঘৰলৈ যায়। এসপ্তাহৰ খোৰাক লৈ উভতি আহে সোমবাৰে। মাকে ধুই দিয়া কাপোৰকেই পিন্ধে এসপ্তাহলৈ। স্কুলৰ শেষ পৰীক্ষা দি অনন্ত ঘৰলৈ উভতি আহিল। স্থিৰ কৰিলে পৰীক্ষাৰ খবৰ ওলালেই কাম এটা বিচাৰিব। কলেজত পঢ়াবৰ আৰ্থিক অৱস্থা পিতাকৰ নাছিল।

ৰামনাথ দশৰথ বায়নৰ ঘৰ পালেহি।

"বায়ন ডাঙৰ কথা এটাৰে আহিলো। মেধিয়ে পঠালে। আপোনাৰ ল'ৰা, তেওঁৰ ছোৱালী। মিতিৰ পাতিব খোজো।

গোটেই কথাখিনিয়েই বায়নৰ কাৰণে আছিল অপ্ৰত্যাশিত; শুনি আচৰিত হ'ল।

"এইবোৰনো কি কথা কৈছা? ল'ৰাৰ বয়স দেখোন কুৰিয়েই হোৱা নাই। কিবা কাম-কাজ এটাত সোমাওক। তাৰ পিচতহে বিয়া-বাৰুৰ কথা। লিখা-পঢ়া জনা ল'ৰা এটাইনো এতিয়াই বিয়া কৰাব নে? তাতে মোৰ তাৰ লগত লগোৱা ধাৰ্ অলপো আছে, সেইখিনিও মৰক।"

"সকলোবোৰ হৈ যাব বায়ন, আপুনি মাত্র বিধি পথালি নিদিব।"

বায়নানী নোমাই আছিল।

"ৰামনাথ নেকি, ক'লৈ আহিলি?"

"তেখেতক কৈছোৱেই নহয়?"

যেখি বুঢ়াই কেতকীক আমাৰ অনন্তলৈ দিব খোজে। সেইটোনো বাৰু কেনেকৈ হয়? সিদিনা জিলালৈ যাওঁতে মোহনে লগ পালে। ল'ৰাটোৱে পৰীক্ষা দিয়া কথা জানে হ'বলা। মোক বাটতে ৰখাই নানা কথা-বতৰা পাতি শেষত জীয়েকক আমাৰ ঘৰলৈ দি মিতিৰ পতা নিচিনা কথা এটাও কৈ থৈছে।"

"মোহনে জিলাত কিবা এটা কৰে নহয়?"

"কিবা হেডপিয়ন নে মহৰী কিবা এটা কৰে। মই সিমান নাজানো।"

"ল'ৰাটোৱে কাম-কাজত ধৰাই নাই, ছোৱালী যচা মানুহ ওলালেই।"

প্ৰসন্নচিত্তে বায়ননীয়ে মন্তব্য কৰিলে।

"দোষ কাকো নিদিবি। মানুহৰ মন সকলোৱেই ধন মান বিচাৰে। হৰিয়ে কৰিলে সি এদিন আমোলা পেস্কাৰ কিবা এটা হ'বই। তাৰ কাৰণে লগা বিদ্যাখিনিও তাৰ হ'ল। বিষ্ণু পেস্কাৰৰ নাম এতিয়াও জ্বলি আছে, অথচ তেওঁ মৰাৰ কিমান দিন হ'ল।"

বায়ননীয়ে মনে মনে গুনিগুনি গ'ল পুত্ৰৰ ভৱিষ্যৎ চিন্তা কৰি গোটেই অন্তৰ গৌৰৱেৰে ভৰি পৰিল।

"বায়ন আপুনি বুজা নাই। মেধিৰ সংসাৰত ছোৱালীপাতেইহে আছেইলা। গাঁৱৰে ল'ৰা এটা পালে ভেটিটো ৰয়। ভাল ল'ৰা পালে কলেজতো পঢ়াব। খুটিখন বেচাৰ কথা ভাবিছেই। ইমানবোৰ সম্পত্তি কেলেই?

ৰামনাথ মনে মনে বৈ উত্তৰ বিচাৰিলে। কিন্তু বায়ন-বায়ননী মনে মনে ক'লা। কিবা ভাৱিছিল! মেধিৰ সম্পত্তি; ল'ৰাৰ ভৱিষ্যৎ

বংশৰ মান-সম্ভ্ৰম, হাকিম, মুনচিফ, উকীল, মোক্তাৰ এটা এটাকৈ বহুত কথা মনলৈ আহিল। মেঘাচ্ছন্ন আকাশত যেন সূৰ্য্যৰ চিকমিকনি।

"আমি ভাবি চাওঁ। তেখেতঁৰ ভেটিটো ৰক্ষা কৰি দিব পৰাটো ধৰ্ম্ম কামেই। পঢ়া ল'ৰা, তাতো বয়সো কোমল। বিয়া-বাৰু হলে পিছে পৰেহে। আজি এৰো নকওঁ, তাকো সোধোঁ"।

কলেজৰ পৰা বন্ধত অনন্ত ঘৰলৈ আহে। প্ৰথমবাৰ ষ্টেচনৰ পৰা আগবঢ়াই আনিবলৈ গৈছিল মেধি নিজে। লগতে বামুন আৰু গাৱঁৰ ডেকা ল'ৰা বেইটামান। সেইখন গাৱঁৰ পৰা কলেজলৈ যোৱা অনন্তই প্ৰথম।

অনন্তৰ চেহেৰাত ঘটিছিল পৰিবৰ্ত্তন, লগতে সাজপাৰবো। ল'ৰা দেখি দুয়োৰে অন্তৰ গৌৰৱেৰে ভৰি পৰিল। বন্ধত ঘৰত থাকোঁতে অনন্ত কেতিয়াবা মেধিৰ ঘৰলৈ আহে, দুই এটা কথা পাতে। মেধিৰ আশাৰে ভৰি উঠে—ভেটিটো ৰক্ষাপৰিল বুলি ভাবি। ছোৱালী-জনীৰ ভবিষ্যৎ সুখৰ কথা চিন্তা কৰি।

কেতেকীক লগ পায়, কথা পাতে। জিলালৈ গ'লে কেতেকীলৈ কিবাকিবি লৈ আহে। ইংৰাজী শিকিবলৈ উৎসাহ দিলে। নিজেই কিতাপ আনি পাঠ আৰম্ভ কৰিলে। কেতিয়াবা কেতেকীৰ আগত চহৰৰ ছোৱালীবোৰৰ সম্পৰ্কে কথা পাতে। সিহঁতৰ দৰে মূৰ আঁচুৰিবলৈ, কাপোৰ পিন্ধিবলৈ, লিখা-পঢ়া শিকিবলৈ উপদেশ দিয়ে। কেতেকীক আনি দিলে পাউডাৰ, ক্ৰীম, গোন্ধতেল।

সেইবাৰ জিলাত পূজা চাবলৈ কেতেকীক লগ ধৰিলে। কেতেকীয়ে কৰিলে আপত্তি—মানুহে বেয়া বুলিব। কিন্তু গাৱঁৰে আৰু কেইজনমান লগত লৈ পূজা দেখুৱাই আনিলে। প্ৰথমে মেধিয়েও আপত্তি কৰিছিল। পিছত সন্মতি দিলে। ভাবিলে তাৰেই বস্তু বাধা দিওঁ কিয়? গাৱঁৰ মানুহৰ মাজত বুৰুবা বা হ'ল; "ছিঃ, কি লাজ নোকোৱা মানুহ অ'।" বিয়া হোৱাই নাই, এইদৰে

লেন-দেন কৰেনে ?” লগৰীয়া সমনীয়া ছোৱালীয়ে বিদ্রূপ কৰে। লাজত কেতেকী মৰাৰ নিচিনা হয়। ভাৱে তাই পূজা চাবলৈ কিয় গৈছিল ?

মেধিৰ শয্যাগত নৰিয়া। তাই অকলশৰীয়া। কিবা এটা চাকৰি কৰি অনন্ত আঁতৰত। নৰিয়া পাটীলৈ দশৰথ বায়নক মতাই আনি বিয়াখন পতাৰ দিন এটা ঠিক কৰিবলৈ ক'লে। বায়নো মান্তি হ'ল। বায়নেই বিয়াৰ দিন এটা ঠিক কৰিলে। কেতেকী-অনন্তৰ বিয়াৰ খবৰত গাৱঁৰ জীয়াৰী-বোৱাৰীৰ মন নাচি উঠিল। কিন্তু সকলোকে হতাশ কৰিলে অনন্তই। সেই তাৰিখে বিয়া নহ'ব বুলি চিঠি দিলে। লগতে কেতিয়া হ'ব পাৰিব একো ঠিক নাই বুলি জনাই বিয়া স্থগিত ৰাখিবলৈ ক'লে। খবৰটোত কেতেকীৰ মনটো কেনেবা হৈ গ'ল। ভাবিবলৈ ধৰিলে বিয়া হোৱাত অসুবিধা নো কি হ'ব পাৰে ? বিয়া পতাৰ মনেই নাই নেকি ? কিন্তু নিৰাশ তাই নহ'ল।

মেধি হতাশ হৈছিল। অসুখৰ খবৰ দি জিলাৰ পৰা অনন্তলৈ টেলিগ্ৰাম এখন দিয়ালে। বিয়াৰ দিন ঠিক হোৱাৰ খবৰটোও পঠালে। কিন্তু টেলিগ্ৰামৰো কোনো উত্তৰ নাহিল, অনন্তও নোলালছি। নিৰুপায় হৈ শেষত মেধিয়ে ৰামনাথকে পঠাই দিলে। কেইদিনমানৰ মূৰত ৰামনাথ অকলে গাৱঁলৈ উভতি আহিল। ৰামনাথক অকলে অহা দেখি তাইৰ ভয় লাগিল। কিবা এটা বিপদৰ আশঙ্কাত বুকুখন কঁপিবলৈ ধৰিলে। চকু বুৰাই পানী পৰিল। তাই চুক এটাত সোমাই অকলে অকলে কান্দিলে। মনলৈ আহিল, পিতাক শয্যাশায়ী, তাই অকলশৰীয়া, পিতাকৰ অবিহনে তাইৰ কি হ'ব ? আৰু যেন ভাবিব নোৱাৰা হয়। কান্দোনৰ বেগ বাঢ়ি উঠে।

কাণত পৰিলহি—পিতাকক ৰামনাথে কৈছে—

“ঈশ্বৰৰ ওপৰতে সকলো এৰি দিয়ক। অনন্তৰ পেটত আন

কথা আছে। কেতেকীক বিয়া কৰোৱাৰ তাৰ ভাব নাই। তাৰে কোনোবা ডাক্তৰ মানুহৰ ছোৱালী এজনীৰ লগত হেনো কিবা কথা-বতৰা চলি আছে। মোক আভুৱা ভাবিবলৈ ক'তো নকৰাওঁ বুলিও ক'লে। পিছে সেইটো মিছা।

কথাকেইটা কেতেকীৰ বুকুত কাঁড়ৰ দৰে সোমালহি। খন্তেকলৈ তাই নিজে মৃত নে জীৱীত যেন বুজিব নোৱাৰা হৈ গৈছিল। মেধি নিৰুত্তৰ হৈ ৰ'ল। কিবা ভাৱিছিল।

"আপুনি মাত্র আপত্তি নকৰিব। মই সেই তাৰিখেই ভেকোলা ৰৰাৰ ল'ৰা সোমনাথৰ লগতেই বিয়াখন এক্ৰকম ঠিক কৰিছোৱেই। সিও ঘাটমাউৰা, কেতেকীও প্ৰায় সেয়ে। মই দেখাত পিছঁতৰ ভালেই হ'ব, ভেটিটোও ৰ'ব। ল'ৰাও যি পৰিশ্ৰমী। ঘৰখন যেনে তেনে ৰখোৱাহে কথা। আপনি মত দিলেই হ'ল।"

কেতেকীৰ মূৰটো আচম্ৰাই কৰিবলৈ ধৰিলে। বুকুখনত কিবা এটাই থাহ মাৰি ধৰিলেহি। বমিৰ ভাব এটা হ'ল। অক্ অক্ কৰি বমি কৰিবৰ চেষ্টা কৰিলে।

"কোন অ', কেতেকী নেকি? তোৰ আক হ'ল কি? বমি হ'ব খুজিছে নেকি?"

ৰামনাথ ভিতৰলৈ সোমাই আহিল। কেতেকী থিয় হ'ব নোৱাৰিলে। বহাতেই ৰামনাথে চালি দিলেহি কেই ঘটীমান পানী। উস, সেই দিনটো। সেইবোৰ কথা কেতেকীয়ে আজিও পাহৰা নাই।

সোমনাথৰ লগত সেই তাৰিখেই কেতেকীৰ বিয়া হৈ গ'ল। গঞাই অনন্তক ধিক্কাৰ দিলে। ওৰণিৰ তলত কোনেও নেদেখাকৈ কেতেকীয়ে চকুলো টুকিলে।

এইবোৰ কুৰি বছৰৰ আগৰ কথা। মেধি নাই, কিন্তু মেধিৰ স্মৃতি আজিও সজীৱ। গাওঁখন, মানুহবোৰ যেন বেলেগ হৈ গ'ল। অনন্ত গাৱঁলৈ আক অহা নাই। দশৰথ বায়ন মৰাৰ পিছত ভায়েক দুটাক মাত দিবলৈ অকলেই আহিছিল। বায়নৰ কাম

শেষ হোৱাৰ লগে লগেই আকৌ উভতি গ'ল। তাৰ পিছৰে পৰা অনন্ত আৰু অহা নাই। অনন্ত গাৱঁলৈ অহাৰ খবৰ কেতেকীয়েও পাইছিল। গাৱঁৰ ডেকা চামে অনন্তৰ নাম শুনিছিল, (দেখা নাছিল)। চৰকাৰৰ ডাঙৰ বিষয়ববীয়া, গাৱঁৰ গৌৰৱ। ডেকা, বুঢ়া বহুতেই গোট খালেহি। অনন্তই সকলোকে উপদেশ দিলে গাওঁখন ভাল কৰিবলৈ। দেশৰ কথা ভাবিবলৈ, মাজত থকা অন্ধ বিশ্বাসবোৰ দূৰ কৰিবলৈ। আৱশ্যক হ'লে সহায় কৰিবলৈকো গাত ল'লে। কথা শুনি সকলো মোহিত হ'ল। একবাক্যে সকলোৱে ক'বলৈ ধৰিলে অনন্তৰ লিখা পঢ়া সাৰ্থক হৈছে। পুৰণি চামৰ দুই একে কেতেকীৰ আগত অনন্তৰ কথা ক'বলৈ আৰম্ভ কৰিছিল। কেতেকীয়ে প্ৰশ্ৰয় নিদিলে। দুই এটা মন্তব্য কৰি অনন্তৰ গ্লানি ঢাকি ৰাখিবলৈ চেষ্টা কৰিলে, "লোকৰ কথা আমাক কেলেই লাগিছে। চুৰনিত ভাত দেখিলে কুকুৰ যায়েই। বগা ভাত দেখিলে কাউৰীৰ জানো কেতিয়াবা অভাৱ হয়?" কিন্তু অকৃতজ্ঞতাৰ নিৰ্ম্মম প্ৰহাৰত তাইৰ নাৰী হৃদয় ভাগি চুৰমাৰ হৈ গৈছিল।

কেতেকীৰ মনত পৰে সেইবাৰ বন্ধৰ পিছত কলেজলৈ যোৱাৰ আগদিনা অনন্ত ওলালহি, মেধি নাছিল। তাই ভিতৰত কিবা এটা কৰি আছিল। কি কৰি আছিল আজি মনত নাই। হঠাৎ পিছফালৰ পৰা কোনোবাই আকোৱালি মাৰি ধৰা তাই গম পালে। চক্ খাই উঠি ভয়ত চিঞৰিবলৈ চেষ্টা কৰি মুখ মেলিবলৈ নৌ পাওঁতেই তাই গম পালে কাৰোবাৰ দুটা ওঁঠে তাইৰ ওঁঠ দুটাৰ পিনে আগুৱাই আহিবলৈ ধৰিছে। লাজত যেন তাই মৰহি গ'ল। গতিকে মুক্ত কৰিবলৈ চেষ্টা কৰোঁতে তাই গম পালে সেই ওঁঠ দুটা অনন্তৰ।

"ছিঃ, কিখন যে কৰে। পিতায়ে দেখিবহি।" তাই কৰা প্ৰতিবাদৰ কথা মনত পৰে। অনন্তই তাইৰ মুখলৈ চাই হাঁহিলে।

"আবিৰ্ভাৱ জোনালীৰ-জগত এইবোৰ কৰেনেকি? মানুহে দেখিলে কি বুলিব?"

"মানুহে দেখোন আমাৰ বিয়া হ'ব বুলি জানেই, ভয় কৰিবলৈ কিটো আছে?" অনন্তই উত্তৰ দিলে।

"ভয় কৰিবলৈ নাই? আবিৰ্ভাৱ জোনালীৰ হাতে দেখোন মানুহে আমোলকে নাথায়।"

কেতেকীৰ কথাত অনন্তই হাঁহিবলৈ ধৰিলে। "সেইবোৰ পুৰণি নিয়ম কেতেকী। সেইবোৰ ধৰি থকা দিন আৰু নাই।"

"এতিয়া যাওকগৈ মানুহে দেখিলেই বেয়া হ'ব।"

"কালিলৈ যামগৈ। এইবাৰ কেতিয়া আহোঁ ঠিক নাই।" চিন এটা থৈ যাওঁ বুলিয়েই আহিলো।" অনন্তৰ চকুৱে-মুখে এটা তৃপিৰ মিচিকিয়া হাঁহি। কেতেকীৰ অন্তৰখনো কিবা তৃপ্তিৰ আবেশেৰে ভৰি পৰিল।

"থাওক, থাওক চিন থৈ যাব নালাগে। কলেজ পালেগৈ কি মতি-গতি হয় কোনে জানে।"

কোনো অৰ্থ নকৰাবৈয়ে কেতেকীয়ে কথা কেইটা ক'লে।

"মতি-গতি ঠিকেই থাকিব, কেতেকী, কোনো ভয় নাই। কিবা কাম এটা পালেই বিয়াখন পাতিম।"

অনন্ত গুলাই গ'ল। নিবিষ্ট মনে অনন্তলৈ তাই চাই ৰ'ল। তাইৰ ভবিষ্যৎ স্বামী, ইহকাল-পৰকালৰ গতি। যেনখন আজি তাই আনন্তকৈ বেছি উদং যেন অনুভৱ কৰিলে।

সেইবোৰ অতীতৰ স্মৃতি। আজি অনন্তৰ কথা চিন্তা কৰাও তাইৰ কাৰণে পাপ। কিন্তু আজিও যে তাই অনন্তক পাহৰিব পৰা নাই। তাইৰ শত চেষ্টা ব্যৰ্থ কৰিয়েই, তাইৰ অন্তৰিকতাই এটা কৰুণ স্মৃতি তাইৰ কাৰণে যেন হৈ উঠিল এটা মহা ব্যাধি।

মনত পৰিল অনন্তক মানুহ কৰিবলৈ মেখিয়ে বেচিলে গ'হৰ খুটি, সুৱাগ্ৰান মাৰি। অন্তৰৰ তাৰ আছিল অনন্ত আগত আহুহ

হওক, জী[illegible]সুখ হওক। বংশ উজ্জ্বল হওক।

অনন্ত চহৰত থাকে। কিবা ডাঙৰ চৰকাৰী চাকৰি কৰে। কোনোবা ডাঙৰ মানুহৰ ঘৰত বিয়া কৰাইছে। এবাৰ কিবা কামত সোমনাথ জিলালৈ গৈছিল। গাঁৱলৈ উভতি অহাৰ আগতে অনন্তৰ ঘৰলৈ যোৱাৰ ইচ্ছা এটা হ'ল। মানুহক সুধি সুধি অনন্তৰ ঘৰটো উলিয়ালেগৈ। ডাঙৰ দীঘল, পকা কৰা, চূন তেল সনা টিনপাতৰ ঘৰ। খন্তেকলৈ সোমনাথৰ অন্তৰত কিবা এটা দ্বিধা ভাব হ'ল। কিন্তু লগে লগেই মনলৈ আহিল—অনন্ত আঁতৰত থাকিলেও নিজৰ গাঁৱৰে ভাই ককাইৰ লগৰ, একেটা খেলৰেই মানুহ। সোমনাথ ভিতৰলৈ সোমাই গ'ল। সঙ্কোচৰ ভাৱটো তেতিয়াও আঁতৰা নাছিল। পকাত খোজ কাঢ়োঁতে ভৰিখন যেন পিছলিব খোজে। হঠাৎ ভিতৰৰ পৰা মানুহ এটা ওলাই আহি খং কৰি উঠিল —এই কোন তই, কি লাগে, ভিতৰলৈ কিয় সোমাইছ?" মানুহটোৰ খং দেখি, কথা শুনি সোমনাথ থতমত খাই গ'ল। কিবা অপৰাধ কৰিলে বুলি ভাবি ভয় হ'ল। কিন্তু সেপ ঢুকি মানুহটোক প্ৰশ্ন কৰিলে—"এইটো আমাৰ গাঁৱৰ অনন্ত কাইৰ ঘৰ নহয় জানো? মই তেওঁক চাই যাবলৈহে আহিছোঁ। মই তেওঁৰ গাঁৱৰে সোমনাথ।"

কিন্তু সোমনাথৰ পৰিচয় পাইও মানুহটোক শান্ত কৰিব নোৱাৰিলে।

"ক'ত এইটো তোৰ অনন্ত কাইৰ ঘৰ। কিবা পাগল হৈছে নে কি? ওলা, এতিয়াই ওলা।"

সোমনাথ কিংকৰ্তব্যবিমূঢ় হ'ল। উভতি যাবলৈ খোজ দিওঁতেই দেখিলে এগৰাকী মানুহ ভিতৰৰ পৰা ওলাই আহিছে।

"ৰমাই কি হৈছে? কাক খং কৰিছ?"

"এইটো ক'ৰবাৰ মানুহ এটা ভিতৰলৈ সোমাই আহিছে। ওলাই যা।"

"ক'ৰ মানুহ, এনেকৈ ভদ্ৰলোকৰ ঘৰলৈ কিয় সোমাই আহিছ?"

মানুহ গৰাকীয়ে আপত্তি কৰিলে। সোমনাথ হতভম্ব হ'ল।

"মোক খং নকৰিব। এইটো অনতকাইৰ ঘৰ বুলিহে সোমাই-ছিলো। বেয়া নেপাব, আইদেউ।

সোমনাথ ওলাই আহিল মনতে ভাবিলে অনতকাইৰ ঘৰ আন কৰবাতহে হবলা। ঘৰ দেখুওৱা মানুহটোৱে দেখোন নাম-ধাম সকলো সুধি লৈছিল।

সেইদিনা ঘৰলৈ উভতি আহি নিজৰ ভুলৰ কথা কেতেকীক কলেহি। কথাকেইটা শুনাৰ লগে লগেই কেতেকীৰ গোটেই অন্তৰ জুৰি যেন কান্দোনৰ এটা ৰোল উঠিল। সোমনাথে নেদেখিলে, নুবুজিলে।

"আপুনিনো অনতকাইৰ ঘৰ বিচাৰিবলৈ গৈছিল কিয়? আপুনি তেওঁৰ যোৰৰ নে ফেৰৰ? আপোনাৰ ঘৰলৈ জানো তেওঁ কেতিয়াবা আহিছিল?"

"নিজৰ গাৱঁৰে এজন ডাঙৰ মানুহ। মাত এষাৰ দিওঁ বুলিহে গৈছিলো। কিবা ধন-পইচা বিচাৰি গৈছিলোনে? পিছে মোৰ ভুল হ'ল? সেইটো হেনো অনত কাইৰ ঘৰ নহয়।"

কথা শুনি কেতেকীৰ বুকুভেদি হুমুনিয়াহ এটা পৰিল। মনত খেলাই গ'ল অনত আজি জিলাৰো ডাঙৰ মানুহ।

"জিলাত যাৰে তাৰে ঘৰলৈ নাযাব। কোনে কেতিয়া কি ব্যৱহাৰ কৰে ঠিক নাই। জিলাৰ বাবুসকল আমাতকৈ বেলেগ মানুহ।" মেধিৰ চুৰা গুচাবলৈ কেতেকীয়ে মাটি এডোখৰ বেচিব লগা হ'ল। অনন্তৰ লগতেই মেধিয়ে বহুত ধন ভাঙিলে। মৰিবৰ সময়ত মেধিৰ আগৰ আৰ্থিক অৱস্থা নাছিল।

একে লেঠাৰিয়ে কেবাবছৰো বানপানী হ'ল। গাৱঁত খোৱাৰ কাৰণে হাহাকাৰ। কেতেকীৰ ডাঙৰ ল'ৰা জয়নাথ ডেকা হৈছিল। বাপেকক হালেকোৰে সহায় কৰিব পৰা। তাৰ তলত আৰু দুটা ল'ৰা আছে। সোমনাথে ওচৰৰ গাৱঁৰে সোমেশ্বৰ পিয়নৰ সহায়ত

জিলালৈ অহা যোৱা কৰি, বহুত ধৰি মেলি জয়নাথক বৰচাহাবৰ অফিচত চাৰি মাহৰ কাৰণে পিয়নৰ কাম এটা ঠিক কৰি দিলে। চাৰিমহীয়া চাকৰি কেতেকীয়েও আপত্তি নকৰিলে। ঘৰত খোৱাৰ কিছু কষ্ট, পইচা কেইটাৰে সহায় হ'ব।

সৰহ ভাগ ঘৰৰ পৰাই অহা যোৱা কৰিছিল। কেতিয়াবা জিলাতে কোনোবা বাবুৰ ঘৰৰ লাচনি-পাচনিখন কৰি দি দুই এদিন থাকেও। ঘৰলৈ আহিলে মাক, বাপেকৰ আগত জিলাৰ নানা গল্প কৰে। চাহাবসকলৰ, হাকিম উকীলসকলৰ কথা কয়। মামুলা-মোকৰ্দমাৰ বহুত কথাও সি শিকিছিল। চহৰৰ বাবুসকলৰ, বাবুনীসকলৰ কথা কৈ মাক-বাপেকৰ লগত জীৱনবোৰ মিলাই চায়। মাক-বাপেকে মনে মনে শুনি ৰয়, একমত হ'ব নোৱাৰিলে কেতিয়াবা দুই এটা মন্তব্য কৰে।

তিনদিন জয়নাথ ঘৰলৈ অহা নাছিল। কেতকীৰ চিন্তা হ'ল। কোনোবাৰেই একেলগে সি তিনদিন জিলাত থকা নাই। দুপৰতে এবাৰ সোমনাথক ল'ৰাটোৰ খবৰ লৈ আহিবলৈ কৈছিল। কিবা এবাৰ নোৱাৰা কামৰ কাৰণে সোমনাথ যাব পৰা নাছিল।

আবেলি হাতত বাঢ়নীটাৰ লৈ কেতেকীয়ে চোতালত থকা মৰণাটোৰ ধানখিনি সাৰি থুপ খুৱাইছিল। বস্তাত ভঁৰালৈ নিব। নহলে গৰুৱে খাবহি।

কেতেকীয়ে গম নাপালে, জয়নাথ চোতালত থিয় হ'লহি। হাতত এটা টোপোলা।

"বউ"—জয়নাথে মাকক বউ বুলিয়েই মাতিছিল। "কিমাননো কাম কৰি থাক, অলপ বহি শুই থাক চোন। কাম কৰি কৰিয়েই বুঢ়ী হলিহি।"

তাৰ উপদেশলৈ কেতেকীয়ে কাণ নিদিলে।

"তই ঘৰলৈ অহা নাছিলি কিয়? এই তিনদিন ক'ত আছিলি গৈ?"

"জিলাতে আছিলো। আন আৰু ক'ত থাকিম।"

"জিলাৰ ক'ত ?"

"আমাৰ বৰ বাবুৰ ঘৰত পৰহি কিবা কাগজ এখন দিবলৈ আন কাকো নাপাই মোকে পঠালে। বৰ বাবুৰ কি হ'ল জানো সেইদিনা দেখোন মই কৰ ল'ৰা, কি কৰোঁ, ভাই-ককাই কেইটা, এইদৰে বহুত কথা সুধিলে। তই বুঢ়ী হলি নেকি বুলি কথাৰ মাজত তোৰ কথাও সুধিলে।"

"মোৰ কথা ?"

"অ, তোৰ কথাও সুধিলে। বৰবাবু হেনো আগৰ আমাৰ গাৱঁৰে মানুহ। জিলালৈ উঠি গ'ল।"

"আমাৰ গাৱঁৰ ?"

"যোগেশ্বৰ দদাইয়ে কোৱা কথা।" ..

"কি নাম ?"

"অনন্ত বাবু বুলি কোৱা শুনিছোঁ।"

কেতেকীৰ যেন অকস্মাতে কিবা এটা হৈ গ'ল। মুখখন হঠাতে ক'লা পৰি উঠিল। থিয়েৰে ৰ'ব নোৱাৰিয়েই যেন মাটিত বহি বাঢ়নীটাৰেৰে ধান সাৰিবলৈ চেষ্টা কৰিলে। মাকৰ আকস্মিক এই পৰিবৰ্ত্তন জয়নাথৰ অনভিজ্ঞ চকুত নপৰিল। মনৰ উৎসাহতেই যেন জিলা সম্পৰ্কে সি লাভ কৰা তাৰ অভিজ্ঞতাবোৰৰ বিৱৰণ মাকক শুনাবলৈ ধৰিলে।

"এই কেইদিন মই বৰ বাবুৰ ঘৰ ৰখিব লগা হ'ল। দুদিনৰ কাৰণে তেওঁ ক'ৰবালৈ গৈছিল। এই দুদিনতে বাবুনীয়ে ইটো কৰ, সিটো কৰ, অলৈ যা, তলৈ যা বুলি সদায় ধপৰাই মোৰ পিত মাৰিলে। নিজে হ'লে কুটা এগছো হাতেৰে লৰচৰ নকৰে। তোলৈ মোৰ মনত পৰে। বাবুনীৰ বৰ ফুৰ্ত্তি। ঘৰৰ সকলো কাম চাকৰেই কৰে। তেওঁ মাত্ৰ হুকুম চলায়।"

কেতেকীৰ যেন কথা শুনি অসহ্য হৈছিল।

"তই ঘৰলৈ আহি নাহিলি কিয় ?"

"কেনেকৈ আহিলি ? বৰমানুহ হুকুম নেমানিলে যে কাম কৰিবলৈ নিদিব। নহ'লে মই বাবুৰনীৰ কথাত কেতিয়াও নাথাকো। অ, আই বিমানটোচোহে গা। তহঁতে তেল অকণ মূৰত লবলৈকে নাপায়। বাবুৰনীয়ে সদায় মূৰত গোন্ধ তেল ঘঁহে। গাত চাবোন মাৰেই। ধোৱাই-ধুই দিয়া কাপোৰহে পিন্ধে। ইমানে আৰেলি হ'লেই ভালকৈ কাপোৰ কান্ধি পিন্ধি ক'ৰবালৈ ফুৰিবলৈ যায়। হাওৱা খাবলৈ যায় যেন পাইছোঁ।"

নির্বাক হৈ বাবুৰনীৰ কাহিনী শুনে কেতেকীয়ে। লগে লগেই মনত পৰিছিল পুৰণি কথা, নিজৰ কথা। ভাবে সকলো কপাল।

জয়নাথৰ হাতৰ টোপোলাটোলৈ ইমানপৰ কেতেকীয়ে লক্ষ্য কৰা নাছিল। চকুত পৰোতেই প্ৰশ্ন কৰিলে—"সেইটো কিহৰ টোপোলা ?"

"ভাল কথা, মইয়ো পাহৰিলো। বাবুৰনীয়ে আহিবৰ পৰত তোলৈ ব্লাউজ চোলা এটাই মেখেলা এখনে মোৰ হাতত দি পঠাইছে। কথা কেইটা কোৱাৰ লগে লগেই সি টোপোলাটো মেলি পুৰণি ব্লাউজ এটাই, মেখেলা এখনে মাকৰ আগত দাঙি ধৰিলে।

"কাপোৰ কেইটা নতুনেই। পিন্ধ ব্লাউজটো কেওঁলৈ অলপ টান হয়, মেখেলাখনত কোলে কিবা ছেক এটা লাগিল হেনো।"

জয়নাথে নুবুজিলে কেতেকীৰ মুখৰ চেহেৰা খঙে-বিষে-অপমানে বিবর্ণ পৰি গ'ল। মনত পৰিল দয়াৰাম মেধিয়ে মানুহ কৰিলে অনন্তক। সেই অনন্তৰ ঘৈণীয়েকে তাইলৈ পঠিয়াইছে নেওচা দিয়া কেইখনমান কাপোৰ তাইক অনুগ্ৰহ কৰিবলৈ। ধৈৰ্য্য ধৰি থকা কেতেকীৰ পক্ষে অসম্ভৱ হৈ পৰিল।

"কুকুৰ ভিকহুৰ দৰে এইবোৰ লোকৰ ফটাকাণি বুটলি আনিবলৈ তোৰ লাজ নালাগিল। ককাৰৰ কি নাছিল তই যে যে লোকৰ চুৱা গাত লৈ পালি ?"

ৰণচণ্ডী মূৰ্ত্তি ধৰি কেতেকীয়ে জয়নাথৰ হাতৰ পৰা কাপোৰ কেইটা টান মাৰি আনি ভোখৰ ভোখৰ কৰি ছিঙি পেলালে।

জয়নাথ হতভম্ব হৈ গ'ল। ভয়ে-ভীতে তাৰ মুখখন শুকাই গ'ল। মাকৰ ইমান খং হোৱাৰ কোনো কাৰণ সি নুবুজিলে। সিয়েই বা কি অন্যায় কৰিলে? মাকক দিবলৈ বুলি আনন্দ মনেৰে বস্ত্ৰ দুটা লৈ আহিছিল। মনে মনে মাকে বস্ত্ৰ দুটা ভাল পাব বুলিও সি ভাবিছিল। কিন্তু মাকৰ আকস্মিক এনে ব্যৱহাৰৰ একো কাৰণ নুবুজি সি মৰাৰ নিচিনা হ'ল। কাপোৰ কেইটালৈ তাৰ এটা মোহ হৈছিল, পুৰণি হলেও চকুত লগা।

"বউ, তই কি কৰিছ, ফালিলি কিয়?"

"কুকুৰ মনে মনে থাক। তই কাইলৈৰ পৰা জিলালৈ যাব নোৱাৰ। তোক ঘৰে ঘৰে চুৰ খাই ফুৰিবলৈ মই পঠোৱা নাই নহয়।

কেতেকীৰ মাত কথা শুনি জয়নাথৰ ভয় লাগিল। সি চোতালতে থিয় দি ৰ'ল। কেতেকীয়ে ফালি পেলোৱা কাপোৰ কেইখন হাতেৰে চপাই আনি চুৰনিৰ ফাললৈ আগবাঢ়ি গ'ল। বোধহয় কাপোৰখিনি দলিয়াই পেলাবলৈকে। কিন্তু চুৰনি নাপালেগৈ, হঠাৎ মাজ চোতালত বহি কেতেকীয়ে হুক হুক কৰি কান্দিবলৈ ধৰিলে। জয়নাথ বিবুদ্ধি হ'ল তাৰ পক্ষে তেনেই অভাবনীয় এটা ঘটনা। সি মাকৰ ওচৰলৈ গ'ল। কিন্তু সি গৈ পোৱাৰ আগতেই মাটিত মূৰটো গুজি কেতকী চোতালতেই বাগৰি পৰিল।*

---

* গুৱাহাটীৰ পৰা প্ৰকাশ হোৱা ২য় বছৰৰ পঞ্চতন্ত্ৰৰ ৯-১০ম সংখ্যাত প্ৰকাশিত